*CHINAKI MUKHOR CHABI* A collection of Assamese short stories written by Bipul Khataniar and published by Surendra Chandra Baishya, Journal Emporium Nalbari 781335 First Edition, January 1995, Price Rupees Twenty five only

প্ৰকাশক :

সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য

জাৰ্ণাল এম্প'ৰিয়াম

নলবাৰী-৭৮১৩৩৫

প্ৰথম প্ৰকাশ :

জানুৱাৰী ১৯৯৫



প্ৰচ্ছদ : ধ্ৰুৱ ডেকা

মূল্য : ২৫.০০ টকা

মুদ্ৰণ :

নিউ বৈশাখী প্ৰেছ

৩৮, শিৱনাৰায়ণ দাস লেন

কলিকতা-৭০০০০৬

কৃতজ্ঞতা স্বীকাৰ ঃ

হীৰেণ গগৈ, ড° হীৰেণ গোহাঁই, তোষেশ্বৰ চেতিয়া, ড° গোবিন্দ প্ৰসাদ শৰ্মা, চন্দ্ৰ প্ৰসাদ শইকীয়া, অনিল ৰায়চৌধুৰী আৰু শশী শৰ্মা।

# সূচীপত্ৰ

# বৰচনৰ ভূত

বন্দুকটো একচিয়া জোপাতে আঁউজাই থৈ জং বাহাদুৰ নিজেও বহিল। সূৰ্যটো তজবজীয়া হৈ প্ৰায় মূৰৰ পোন পাইছেহি, গছজোপাৰ ছাঁটো অৱশ্যে এতিয়াও কিঞ্চিৎ-মান পশ্চিমলৈ হালি আছে। যি হে টিকা ফটা ৰ'দ! ঘামেৰে জপজপীয়া হোৱা টুপীটো খুলি ভুবিচমান মাৰি বন্দুকৰ নলীদালতে আঁৰি থলে। সম্মুখৰ ঘৰটোৰ ফালেও আৰ চকুৰে চাও নাচাওঁকৈ চাই সি পুনৰ দৃষ্টি ঘূৰাই আনিলে, তাৰপিছত বেলৰ চিৰিদালৰ দৰে পোন ৰাষ্টাটোৰে চকুৰে মনিব পৰালৈকে চাই পঠিয়ালে। কমালেৰে মুখখন মোহাৰি সি চকু কেইটা এনেয়ে মুদি দিলে। তাৰপিছত কি জানো হ'ল—চকুকেইটা আৰু মেলিবৰ মন নগ'ল।

তলসৰা শুকান গছপাতবোৰে ৰ'দৰ প্ৰখৰ উত্তাপ সহিব নোৱাৰি কিৰকিৰাই উঠিছিল, পলৰীয়া বতাহ একোচাটিয়ে মাজে মাজে ছৰমূৰকৈ পাতবোৰ উৰুৱাই নিব বিচাৰিছিল। খিটিক কৰিলেই বন্দুকটো খামুচি ধৰা জং বাহাদুৰক কিন্তু আজি তলসৰা গছপাতৰ খৰমৰনিয়েও উত্তেজিত কৰিব নোৱাৰিলে। চকু নেমেলাকৈয়ে সি চাৰ্টৰ জেপত থকা চিঠিখন বাৰে বাৰে লিৰিকি বিদাৰি চালে।

বতাহ একোচাটিয়ে মাজে মাজে তাৰ নাক আৰু কাণত গুৰ সুৰণি তুলিলেহি। টোপনি টোপনি ভাৱ এটাই তাৰ মূৰটো কিঞ্চিৎ গধুৰ কৰিলেহি। আৰু অলপ সময়ৰ পিছতে শৰাৰটো গছৰ ছাতে এৰি তাৰ মনটোৱে সুদূৰ তৰাই অঞ্চলৰ কোনো এখন অখ্যাত গুৰ্খালি গাঁৱৰ নিচেই আপোন পদূলি এটাৰ সম্মুখত ঘূৰা-ফিৰা কৰিবলৈ আৰম্ভ কৰিলে। অভিমান গধুৰ মুখখন দাভো নাদাঙোকৈ দাঙি নখেৰে মাটি লিখা মানুহজনীয়ে যেন চুচুক-চামাককৈ কাষলৈ আহি কও নকওঁকৈ কলেহি, ওনাই গলেই পাহৰি যোৱা নহয়! তোমালোক মতা মানুহবোৰৰ কি 'সনজাত' আছে। মাহেকৰ মূৰত গণি গণি টকাকেইটা পঠালেই হয়নেকি?

মানুহজনাক, নিজৰ মানুহজনাক কাষলৈ চপাই আনি অভিমান সোপা ওঁঠেৰে চুহি অন্ত কৰিব বিচৰা উগ্ৰ কামনা সি যেন কথমপিহে ৰক্ষণ কৰিব পাৰিলে। তায়ো যেন তাকে বিচাৰিছিল, কিন্তু আতৰৰ পৰা চাই থকা অন্য তিৰোতাবিলাকৰ ওপৰত চকুত পৰাৰ লগে লগে তাই সাউতকৈ ভিতৰ সোমালগৈ। বেগৰ পৰা এৰোপ্লেন এখন উলিয়াই সি ইফালে সিফালে চালে। কেনিনো গ'ল জানো ল'ৰাটো!

সি যেতিয়া শেষৰ বাৰ আহিছিল, অকণমান ল'ৰাটোৱে হাঁহিবলৈ আৰম্ভ কৰিছিল। কি যে ভুবন ভুলোৱা হাঁহি! কেতিয়াবা চৰাই পোৱালিৰ দৰে লেক্ লেকাই কিবা এসোপা কৈছিল। কিনো কৈছিল, সি চাগে নিজেও বুজি পোৱা নাছিল। তথাপি তাৰ পিতৃ-হৃদয়ে যেন এধানমানি শিশুটিৰ অবুজ ভাষা হৃদয়ঙ্গম কৰাৰ চেষ্টা কৰিছিল। যাবৰ সময়ত শিশুটিৰ গোলাপৰ পাপৰি হেন মিহি নাকটোত তাৰ ডোটোৰা নাকটো ঘঁহাই দিছিল।......সি চাগে এতিয়া মানে খোজ কাঢ়িব পৰা হ'ল। চাবি দিয়া এৰোপ্লেনখন চোতালত এৰি দি সি বিড়িয়ালে—জিত, জিত, জিতলাল! চলি গৈ থকা এৰোপ্লেনখনে যেন কিৰ্ কিৰাই উঠিল।...

—মামা! মামা!!

পলকতে গাঁৱৰ ঘৰৰ পৰা ঘূৰি আহি তাৰ মনটো একেচিয়াজোপাৰ তল পালেহি। চকু মেলিয়েই দেখিলে, সেই মৰম লগা সৰু ল'ৰাটোৱে তাৰ গাত ধৰি জোকাৰি টোপনি ভাঙিব বিচাৰিছে। সি অকণমান ল'ৰাটোৰ কপালত আলফুলকৈ এটা চুমা আঁকি দিলে। তাৰপিছত আনদিনাৰ দৰেই তাৰ গধুৰ টুপাটো ল'ৰাটোৰ মূৰত সুমুৱাই দিলে।

—ইয়ালৈ আহা জিত। জং বাহাদুৰে ল'ৰাটোক কাষলৈ মাতিলে।

—মোৰ নাম কিবা জিতনেকি?

কিনো মিঠা মাত! মৰমতে পমি গ'ল জং বাহাদুৰ। সি ল'ৰাটোক গাৰ কাষলৈ টানি আনিলে।

—জিত নহয় তোমাৰ নাম?

—ৰণ, ৰণজিত।

—ৰণজিত —জিতলাল, একে নাম।

জং বাহাদুৰে যিমান উৎসাহেৰেই নকওঁক লাগিলে ৰণজিতে কথাখিনি একে উশাহতে নাকচ কৰিলে।

ল'ৰাটোৰ কান্ধৰ ওপৰেদি সন্মুখৰ ঘৰটোলৈ চালে জং বাহাদুৰে। খিৰিকীৰ বগা পৰ্দাখনৰ কাষেদি তাৰ দৃষ্টি সৰকি গ'ল। সি জানে, সৰু ল'ৰাটো যেতিয়াই বাহিৰলৈ আহে—পৰ্দাখনৰ সিপাৰে এজনী মানুহে লক্ষ্য কৰি থাকে। ল'ৰাটোৰ লগত সি কি কথানো পাতে—তাকে তাই কাণিপাতি শুনি থাকে। সিহঁতৰ প্ৰশ্ন উত্তৰ আৰু বিশেষকৈ জং বাহাদুৰৰ ভগা ভগা নেপালী সুৰীয়া অসমীয়া মাত কথাবোৰ শুনি মুখত সোপাদৈ হাঁহে। চেপা খোৱা হাঁহিৰ টুকুৰাবোৰ চিটিকি আহি যেতিয়া একেচিয়া জোপাৰ তল পায়হি—তাৰ কাণ মূৰ গৰম হৈ উঠে।

তথাপি ৰণজিত যেতিয়া তাৰ কাষলৈ আহে—সি পিতৃ-হৃদয়ৰ সঞ্চিত মৰমবোৰ উজাৰি দিয়ে। বেবেৰিংবা কথাৰ টোপোলাটো মেলে।

—তোমাৰ দেউতা আহিছিলনেকি ?

দেউতাকৰ কথা শুনিলেই ল'ৰাটোৰ চকুহাল উজ্জল হৈ উঠে। ইফালে সিফালে চায়, কিজানি দেউতাকক ক'ৰবাত দেখা পায়।···মানুহজন এতিয়াও এইমুৱা হোৱা নাই। আৰু সিহঁতে নজনাকৈ আহিবনো কেনেকৈ ? চাৰিওফালে পুলিচ মিলিটাৰীৰ চোকা নজৰ। মাখি এজনীও মনে মনে সৰকি ওলাই যোৱা কঠিন। তাৰ উপৰি জং বাহাদুৰে ভালকৈয়ে জানে—মানুহজন আৰু ঘূৰি আহিব নোৱাৰে। অন্ততঃ তেওঁক যি ঠাইলৈ ইতিমধ্যে পঠাই দিয়া হৈছে—তাৰপৰা আজিকোপতি কোনো ঘূৰি অহা নাই। এই অকণমানি ল'ৰাটোৰ মাকজনীয়ে কিজানি কথাটো নজনাকৈ থকা নাই। তথাপি তেওঁ বাৰে বাৰে পৰ্দাৰ ফাঁকেৰে ৰাস্তালৈ চায় কিজানি নিৰুদ্দেশ হোৱা তেওঁৰ স্বামী ঘূৰি আহিছেই।

জং বাহাদুৰৰ আগতে ইয়াত যিজন চিপাহীয়ে পহৰা দিছিল, তেওঁ হেনো মানুহ-জনীৰ উচুপনি শুনিছিল। নিশা যেতিয়া গভীৰ হয়, চৌকাষৰ মানুহবোৰে যেতিয়া শুই নিঃপালি দিয়ে—মানুহজনীৰ উচুপনিয়ে নিশাৰ জোনাককো ম্লান কৰি পেলায়।

জং বাহাদুৰ অভিজ্ঞ মানুহ। এনে অভিজ্ঞতা এয়াই প্ৰথম নহয়। সি জানে, মানুহবোৰ কেতিয়াবা পগলা হয়, মানুহক পাগল কৰি তোলা হয়। এই পগলাবোৰে সুস্থ সৰল মানুহক কামুৰিবলৈ খেদি লৈ ফুৰে। যেতিয়াই সুযোগ পায়—জুম জুম পাগলে ৰাং কুকুৰৰ দৰে একে সময়তে সুস্থজনক আক্ৰমণ কৰে। এনে আক্ৰমণে যেতিয়া মাত্ৰা চেৰাই যায় তেতিয়াই জং বাহাদুৰহঁতক কান্ধত বন্দুক দি পঠাই দিয়া হয়—সমতা আৰু শান্তি ৰক্ষাৰ বাবে।

অলপ দিনৰ আগতে এই অঞ্চলত দুটা বোমা ফুটিছিল। ইমানবোৰ ৰখীয়া-পৰীয়াৰ মাজতো যে কেনেকৈ কি হ'ল। তাৰ পিছতে নিৰাপত্তাৰ ব্যৱস্থা আৰু কটকটীয়া কৰা হ'ল ? চিপাহী চন্তৰীবোৰকো সলনি কৰা হ'ল। আগৰ জনৰ ঠাইত আহিল জং বাহাদুৰ।

সদায়ে একে ঠাইতে ডিউটি নপৰে। তথাপি কিবা এটা কৰি মিলাই লয় জং-বাহাদুৰে। আচলতে অকণমানি ল'ৰাটোৰ মোহতে সি ইয়ালৈ আহে। কিয় জানো তাক দেখিলেই ঘৰলৈ মনত পৰে জং বাহাদুৰৰ।

কেইদিন মানৰ আগতে বেবেকৰ পৰা ওলাই চহৰৰ গলি এটাৰে গৈ থাকোতে হঠাতে এটা ইটাৰ টুকুৰা জং বাহাদুৰৰ মূৰত লাগিছিলহি। এজুম মানুহৰ হাঁহি

খিকিন্দালিও তাৰ কাণত পৰিছিল। সম্পূৰ্ণ দুটা দিন হস্পিতালত কটাই ওলাই অহাৰ পিছত কিয় জানো এই অকণমানি ল'ৰাটোৰ প্ৰতি তাৰ আকৰ্ষণ আৰু বাঢ়ি গৈছিল।

হস্পিতালৰ পৰা অহাৰ দিনাই সি পুনৰ কামত যোগ দিছিল। পহৰা নথকাৰ সুযোগ লৈ দিনৰ পোহৰতে কোনোবাই অশ্লীল পষ্টাৰ আঁৰি দিছিল ঘৰটোৰ বেৰত।

মানুহটোক হত্যা কৰিও সিহঁতৰ হেপাহ নপলাল। কুৎসিৎ পষ্টাৰবোৰ আজুৰি আনি জৰিবে মোহাৰি তাৰ ওচৰতে থুৱাই দিছিল সি। খঙৰ ভমকত সি যেতিয়া পষ্টাৰবোৰ জৰিবে মোহাৰিছিল—তেতিয়া খিৰিকিখনৰ সিপাৰে মানুহজনীয়ে উচুপিছিল। তাইৰ বিষাদৰ ভাগ লওঁতা ওচৰে পাজৰে কোনো নাছিল, কিন্তু তাৰ গাত জুই জ্বলিছিল। মানুহজনী তাৰ কোনো নহয়, তথাপি সি অবোধ্য খঙত ফোপাৰ ধৰিছিল, কঁকালত কোব খোৱা ফেঁটী সাপে যেনেকৈ ফোপায়, তেনেকৈ।

—এলবাৰ্ট পিণ্টু চালা?

বুকুৰ মাজত টেপা মাৰি ধৰা ল'ৰাটোক এৰি দিলে জং বাহাদুৰে। সি কলে—নাই, চোৱা নাই।

—নাই চোৱা? ল'ৰাটো যেন আচৰিত হ'ল।

—নাই, চোৱা নাই। তুমি চালানেকি?

—মই চাইছো।

—কেনেকুৱা চিনেমা, গান আছে?

ল'ৰাটোৰ চকুকেইটা উজ্জল হৈ উঠিল। সি কলে, তাত দেউতাৰ নিচিনা এজন মানুহ আছে।

—তোমাৰ দেউতাবাৰ নিচিনা?

—একদম দেউতাৰ নিচিনা, দাড়িও আছে।

জং বাহাদুৰে ল'ৰাটোৰ মূৰৰ পৰা গধুৰ টুপীটো খুলি আনি নিজৰ মূৰত সুমুৱাই ললে। তাৰপিছত 'তুমি এতিয়া যোৱা' বুলি তৰিৎ গতিৰে বন্দুকটো হাতলৈ তুলি লগে লগে এখন খাকী ৰঙৰ জীপ লাহে লাহে পাৰ হৈ গ'ল। গোৰোৱাত গোৰোৱা লগাই জং বাহাদুৰে অভিবাদন জনালে। গাড়ীত বহি যোৱা বিষয়াজনেও হাত জোকাৰিলে। জং বাহাদুৰে জানে, বিষয়াজনে তাৰ প্ৰতি 'প্ৰতি অভিবাদন' জনোৱা নাই, জনাইছে তাৰ কাষত থিয় হৈ ঠিক তাৰ দৰেই কপালত হাত দি থকা সৰু ল'ৰাটোৰ প্ৰতিহে।

কেইই চেকেণ্ড মানৰ ভিতৰতে চাবি দিয়া পুতলাৰ দৰে ঘামি জামি একাকাৰ হোৱা জং বাহাদুৰৰ ফালে চাই ল'ৰাটোৱে হাঁহিব ধৰিলে। টুপীটো খুলি বৰ ভাগৰুৱা মানুহৰ দৰে জং বাহাদুৰে পুনৰ গছজোপাত গইনা লৈ বহি পৰিল।

—তেওঁ কোন মামা ?

—ইষ্টুপিদ, ইষ্টুপিদ অফিচাৰ।

—ইষ্টুপিদ ! তোমাতকৈ ডাঙৰনেকি ?

—ডাঙৰ কিয় হ'ব ; ইষ্টুপিদহে। কৈয়েই ঢেক্ ঢেকাই হাঁহিলে জং বাহাদুৰে। তাৰ হাঁহিটো যেতিয়া জামৰিল সি নিজকে কোৱাৰ দৰে কলে, ৰণ ! এটা গান গাবা নেকি ?

—কি গান ? ৰণজিতো তাৰ কাষতে লেপেত কাঢ়ি বহিল।

—চিনেমাৰ গান। এলবার্ট পিন্টুৰ গান গোৱা।

গান গাবলৈ পালে এই সৰু ল'ৰাটোক যেন আৰু একো নালাগে। গানো যে গান ! প্ৰথমে দহোটা বা বাৰটামান গানৰ প্ৰথমৰ কলি, তাৰ পিছত প্ৰতিটো কলিৰ একোটা একোটা শব্দৰ বাৰমিহলি খিচিৰি কলি, তাৰ পিছত লাল্লা লা, লাল্লা লাৰ অদ্ভুত সংমিশ্ৰণ।

আজি কিন্তু সঁচাকৈয়ে সি এটা বেলেগ গান গালে।

প্ৰথমে বহাৰ পৰা উঠিল। হাত এখন মুঠি মাৰি দাঙিলে আৰু তাৰ অৰ্দ্ধ স্পষ্ট কণ্ঠৰে যেন প্ৰাণ ঢালি গাই যাব ধৰিলে।

We shall over come
Oh, deep in my heart
I do believe, we shall overcome someday.

এটা বৰ অদ্ভুত সুন্দৰ গান।

এইটো গান সি আগতে শুনা নাই, ক'তো শুনা নাই।

ইংৰাজী গান।

ল'ৰাটোৱে হয়তো ইয়াৰ অৰ্থও নাজানে, সিও ভালদৰে বুজি পোৱা নাই। কিন্তু মাজতে দুবাৰ মান পৰ্দাৰ আঁৰৰ পৰা সি আজিলৈকে নেদেখা মানুহজনীয়ে মিহি মাতেৰে ল'ৰাটোক গানটোৰ চিগা চিগা কলিবোৰ জোৰা লগাই দিয়া বাবে জং বাহাদুৰে বুজিলে, ল'ৰাটোৱে মাকৰ পৰা অকণ অকণ সহায় লৈ হলেও গানটো সম্পূৰ্ণকৈ গাইছে। তাৰ মাতটো মাকৰ দৰে শুৱলা নহয়, কিন্তু মিঠা,—মৌৰ দৰে মিঠা। গানৰ সুৰটো অতিশয় তেজাল।

সেইদিনা কামৰ পিছত ছাউনীলৈ ঘূৰি আহিও গানটোৰ সুৰ আৰু প্ৰথমৰ কেইটামান কলি সি পাহৰিব নোৱাৰিলে।

ভলীবল খেলাৰ সময়ত গা-ধোৱা ঘৰৰ পৰা দীঘল বাৰাণ্ডাখনেদি নিজৰ কোঠালৈ আহোতে, গধূলি কুচ কাৱাজ কৰাৰ সময়ত, হাতৰ থালত আঙুলিৰে টুকুৰিয়াই টুকুৰিয়াই ভাত খাবলৈ যাওঁতে, আনকি ভাত-পানী খাই উঠি আঠুৱাখন পেলাই শুবলৈ লওঁতেও ল'ৰাটোৱে গোৱা গানটোৰ মনত বৈ যোৱা কলি কেইটা গুণ গুণাই থাকিল।

ছাউনীৰ বিজুলী চাকৰিবোৰ নুমাই যোৱাৰ আগতে যিটো 'শোৱাৰ ঘণ্টা' বাজে, সেই ঘণ্টা বাজি উঠাৰ অলপ আগতে জং বাহাদুৰৰ দুৱাৰত কোনোবাই খট্‌খটাব ধৰিলে। সেই অদ্ভুত সুন্দৰ গানটোৰ কলিকে গুণ-গুণাই সি দুৱাৰখন খুলি দিলে।

দুৱাৰখন খোলাৰ লগে লগে ডিউটিৰ পোচাক পিন্ধা 'নাইট-চেন্টি'জনৰ ওপৰত চকু পৰিল। গানৰ কলিটোক ক্ষন্তেকৰ বাবে জিৰণি দি সি চেন্টিজনক সুধিলে, কি হ'ল ভাই চাহাব? তাৰপিছত সি পুনৰ গুণগুণিয়াবলৈ ধৰিলে।

জোতাৰ গোৰোৱাৰে খটক্‌কৈ আৱাজ তুলি চেন্টিজনে জং বাহাদুৰৰ মুখলৈ চালে। তাৰপিছত যথাসম্ভৱ সংযত কণ্ঠৰে কলে, লাইট নুমাই যোৱাৰ পিছত 'কমাণ্ডাৰ'ৰ কোঠালৈ যাবা। শুনিছানে নাই?

গানৰ কলিটো তাৰ মুখতে স্তব্ধ হৈ পৰি গ'ল। লাইট নুমাই পিছত কমাণ্ডাৰৰ কোঠালৈ যাব লাগিব! তাৰ ভৰিৰ তলৰ পৃথিৱীখন যেন কঁপি উঠিল।—এইটো ছাউনীত কিছুমান অদ্ভুত নতুন নিয়ম কৰা হৈছে। চহৰখনত বিৰাজ কৰা অৰাজকতাৰ সুযোগ লৈ চিপাহীবোৰৰ কিছুমানেও অপৰাধমূলক কামত লিপ্ত হয়। এনে অপৰাধমূলক কাৰ্যৰ বিচাৰ আৰম্ভ হয় নিশা দহ বজাৰ পিছত। ছাউনীৰ লাইটবোৰ নুমাই যোৱাৰ অলপ পিছতে এনে বিচাৰ আৰম্ভ হয়।

প্ৰহৰীজন গুচি যোৱাৰ পিছতো সি শিলপৰা কপৌৰদৰে ঠৰ হৈ থাকিল। ঘণ্টা বাজিল। লাইটবোৰে এটা এটাকৈ নুমাই গ'ল। সম্বিৎ ঘূৰাই পোৱাৰ লগে লগে জং বাহাদুৰ কোবাকুবিকৈ আগুৱাই যাব ধৰিলে।

হুল ঘৰটো পাৰ হৈ দীঘলীয়া বাৰাণ্ডাখনেৰে গৈ থাকোতে তাৰ বুকুখন বিষাই উঠিল। কিবা এটা ভয় ভয় ভাবে তাক যেন কেওফালৰ পৰা আগুৰি ধৰিলেহি।

কেওফালে অন্ধকাৰ। কেৱল কমাণ্ডাৰৰ কোঠতে এটা লাইট জ্বলিছে। তাৰে পোহৰত টেবুলত মূৰগুজি ডেকা বিষয়াজনে অত্যন্ত গুৰুত্ব সহকাৰে কিবা এটা

লিখিব ধৰিছে। সি অভিবাদন জনোৱাৰ লগে লগে তাৰ ফালে মূৰ দাঙি চাই। তেওঁ পুনৰ লিখাত ব্যস্ত হৈ পৰিল।

বেৰ ঘড়িটোৰ টিক্‌টিক্‌ শব্দটোৰ বাহিৰে এতিয়া আৰু একো শুনা নাযায়। মাজে মাজে চেন্ট্রিৰ গধুৰ বুট জোতাযোৰৰ খট্‌ খট্‌, খটা খট্‌ শব্দটো ওচৰ চাপি আহে, পুনৰ আঁতৰি যায়।

বিষয়াজনৰ যেন একোৰে প্ৰতি লক্ষ্য নাই। ভালোমান সময়ৰ মূৰত লিখাৰ পৰা মূৰ নদঙাকৈয়ে তেওঁ কলে, বহা, বহা!

সি দীঘলীয়া বেঞ্চখনৰ এটা মূৰত কুচি-মুচি বহি পৰিল।

—তোমাক কিয় মতা হৈছে গম পাইছানে? ইংৰাজী মিহলি হিন্দিত বিষয়াজনে সুধিলে।

জং বাহাদুৰ বহাৰ পৰা উঠিল। সেমেনা সেমেনি কৰি বিষয়াজনলৈ চালে, তেওঁ এতিয়াও টেবুলৰ পৰা মূৰ দঙা নাই।

—নাই, নাই। বহাঁ, বহিয়েই কোৱা।

জং বাহাদুৰ বহিল। কিন্তু কি ক'ব সি? সি নিজেই নাজানে—সিনো কি অপৰাধ কৰিছে। সেয়ে সি মনে মনে থাকিল, কিন্তু ভিতৰি ভিতৰি কঁপিব ধৰিলে।

কিছু সময়ৰ মূৰত বিষয়াজনে কলমটো জপাই কাগজ পত্ৰবোৰ সামৰি থলে। টেবুলৰ পৰা চিগাৰেট এডাল লৈ জলালে আৰু নাকেদি এমুখ ধোঁৱা উলিয়াই দি তাৰফালে চালে।

—তোমাৰ অপৰাধ কি জানানে?

বহাৰ পৰা উঠিল জং বাহাদুৰ। সি মূৰ তুলি তেওঁৰ ফালে চালে।

—মই জানো, কমাণ্ডাৰে কলে, তুমি নিজেও নাজানা তুমি কি অপৰাধ কৰিছা। কিন্তু তুমি এটা মাৰাত্মক অপৰাধ কৰিছা।

—কিন্তু মোৰ অপৰাধ কি জানিব পাৰোনে কমাণ্ডাৰ চাহাব?

—হয়, তোমাক জনোৱা হ'ব। নিজৰ অজানিতে তেওঁৰ নিজস্ব ভঙ্গীৰে টেবুল-খনত ভুকুৱাই বিষয়াজনে কলে, শুনা, ইয়াৰ পিছত আৰু কোনোদিনে তুমি এই অপৰাধ কৰিব নোৱাৰিবা। আৰু যদি এই ভুল পুনৰ কৰা তোমাক কোনোপধ্যেই ক্ষমা কৰা নহ'ব।

প্ৰস্তৰ মূৰ্তিৰ দৰে থিয় হৈ ৰ'ল জং বাহাদুৰ।

—কি নাম তোমাৰ? জং বাহাদুৰ সিং! হয়, শুনা জং বাহাদুৰ। চিগাৰেটডাল

ছাই দানীৰ ওপৰত থৈ তেওঁ কলে, তোমাৰ মুখত আজি আবেলিবে পৰা যিটো গান শুনা গৈছে—সেই গান তুমি কেতিয়াও গাব নোৱাৰিবা। শুনিছানে নাই ?

—হয় চাহাব। জোতাৰ গোৰ্ৰোৱাৰে ঘটকৃকৈ শব্দ কাৰ জং বাহাদুৰে কমাণ্ডাৰক অভিবাদন জনালে। ভয়ে ভয়ে সুধিলে, কিন্তু কিয় চাৰ ? মোৰ কিবা ভুল হৈছেনেকি ? গানটোত কিবা বেয়া কথা আছেনেকি চাৰ ?

—মোৰ খং নুতুলিবা। চিগাৰেটৰ টুকুৰাটো পুনৰ তুলি লৈ তাক বিদায় দিয়াৰ ভঙ্গীত কমাণ্ডাৰে কলে, ইউ আৰ নট টু আকৃচ হুৱাই ? প্ৰশ্ন কৰাৰ অধিকাৰ তোমাৰ নাই। তুমি সৈনিক, যি কৈছো তাকে কৰি যোৱা। আৰু শুনা জং বাহাদুৰ ! কমাণ্ডাৰৰ মাতটো কঠুৱা হৈ পৰিল। তেওঁ কলে, ফ্ৰম টুমৰু· · · · কালিলৈৰ পৰা তুমি সেই সৰু ল'ৰাটোক লগ কৰিব নোৱাৰিবা। মই জানো তুমি বেজাৰ পাবা, কিন্তু উপায় নাই। কালিলৈৰ পৰা তোমাৰ ডিউটিও সলনি কৰি দিয়া হৈছে ।······গ' টু ইয়ৰ স্লিপ, শুৱলৈ যোৱা। এণ্ড গুড নাইট।

( লোকায়ত / ১৯৮১ )

# বৃষভ সংবাদ

নিশা এজাক বৰষুণ হৈছিল, ডবা-পিতা বৰষুণ। মাজতে শিলো পৰিছিল, চপৰা চপৰ বগা বগা—বৰফৰ শিল।

পূজা মণ্ডপৰ সন্মুখৰ আটাইকেইটা টিউব লাইট সৰোজা বুঢ়ীৰ সন্মুখতে চুপ-চাপকৈ ফাটি থাকিল গোটেইখন অন্ধকাৰ।

নাথুমল কোঞ্চৰ লোহা লংগৰৰ দোকান-বাৰাণ্ডাৰ ৰঙা-নীলা নিয়ন লাইটবোৰ দপ্ কৈ নুমাই থাকিল, নুমাল যি নুমাল আৰু নজ্বলিল।

পুৱতি নিশাৰ পৰাই আৰম্ভ হ'ল এজাক চিপ্ চিপিয়া 'মগনীয়া মৰা' বৰষুণ। বৰষুণৰ মাজতে পুৱফালৰ পৰা আকাশখন ক্ৰমাৎ পোহৰ হৈ আহিল।

এইফালে চহৰৰ মানুহবোৰে অলপ পলমকৈ সাৰ যায়।

ৰেল লাইনৰ কাষত বিষ্ঠা ত্যাগ কৰি ভোগদৈৰ একাঠু পানীত গা-পখালিবলৈ যোৱা লোকৰ সংখ্যা এইফালে কম। যি দুই এজন আছে, তেওঁলোক পোহৰ হোৱালৈ নৰয়, আন্ধাৰতে তেওঁলোকৰ এদিনৰ কৰ্মজীৱন আৰম্ভ হয়।

ইয়াত আটাইতকৈ আগতে উঠে নাথুমল কেঞ্চা, এইটো তেওঁৰ ডেকা বয়সৰ অভ্যাস।

নাথুমলৰ এতিয়া তিনি কুৰি দহ বছৰৰো ওপৰ বয়স। তাহানিৰ লিচপিচিয়া ডেকাটো এতিয়া এশ পঞ্চলিশ কেজি ওজনৰ এটা বিশাল অৱয়বৰ পেটুৱা মানুহ। চকুৰে এনেয়েও নমনে। যোৱা বিশ বছৰে নাথুমলে নিজৰ পেটৰ নাইটোও হাতেৰে চুই পোৱা নাই। বনকৰা ল'ৰাই তেল দিওঁতেহে তেওঁ তাৰ গভীৰতা উপলব্ধি কৰে।

স্বাস্থ্যৰক্ষাৰ বহু নিয়ম কিন্তু নাথুমলে এতিয়াও যতনে পালন কৰি আহিছে।

বুঢ়া উঠে প্ৰত্যুষতে।

আধা ঘণ্টা মানৰ ভিতৰতে শৌচাচাৰ কৰি গা-পা ধুই উঠি নাথুমলে দেৱালত টঙাই থোৱা দেৱী শ্ৰীদুৰ্গাৰ মাৰ বৃহৎ ছবিখনৰ কাষত সষ্টাংগে প্ৰণিপাত জনাই প্ৰসাদৰ টোপোলাটো দাঙি লৈ দোকান-বাৰাণ্ডালৈ ওলাই আহে।

জাৰ হওঁক, জহ হওঁক এইখিনি পবিত্ৰ কৰ্মৰ মাজেৰেই নাথুমলে কৰ্মজীৱনৰ প্ৰতিটো দিনৰ পাতনি মেলে :

নাথুমলে প্ৰসাদৰ টোপোলাটো লৈ বাহিৰলৈ ওলোৱাৰ আগতেই দেৱৰো

দেৱ, মহাদেৱৰ বাহন, চহৰৰ আটাইতকৈ প্ৰকাণ্ড ষাঁড়টো আহি বাবাণ্ডাৰ কাষ পাইছি।

আগতে প্ৰসাদৰ টোপোলা লৈ বনকৰা মানুহ এটাৰে সৈতে নাথুমল ভোগদৈৰ বাজহুৱা ঘাটলৈ গৈছিল। এই ধৰক, অহাই-যোৱাই ছয় কিল'মিটাৰ পথ, আজি-কালি দেহেও নাটানে, যোৱা পাঁচ-ছয় বছৰমানৰ পৰা প্ৰভু শ্ৰীমহাদেৱৰ কৃপাধন্য বৃষভ মহাৰাজ উৎকৃষ্ট প্ৰসাদৰ লোভত নিজেই আহি থিয় হবলৈ আৰম্ভ কৰিছেহি নাথুমলৰ দোকানৰ সন্মুখত।

বৃষভ মহাৰাজৰ সন্তুষ্টিৰ ক্ষেত্ৰত অকণো কৃপণালি নকৰে নাথুমলে। দিনটোত তেওঁ যিমানখিনি ভক্ষণ কৰে তাৰ দুগুণ অৰ্থাৎ আঢ়ৈ কেজিৰ দুগুণ পাঁচ কেজি ওজনৰ আটাৰ ডবহা কটী আগদিনা নিশাই জুইত সেকি পিতলৰ চৰিয়াটোত ভৰাই যোৱায়। —এয়াই হ'ল মহাৰাজৰ প্ৰসাদ।

এই প্ৰসাদ নিজ হাতে আগুৱাই দিয়ে নাথুমলে, আৰু মহাৰাজে জিভাৰে এখন এখনকৈ হাকুটিয়াই নি দুকামোৰ মাৰি ভাজ লগাই পেটৰ জোলোঙাত ভৰাই থয়।

মহাৰাজৰ শ্ৰম অনেক, বৰ্তমান এইখন চহৰৰ সকলো গো-মাতৃ পালকৰ তেৱেঁই একমাত্ৰ কাম্য, সৃষ্টিৰ দেৱতা।

প্ৰভু মহাৰাজৰ এতিয়া বয়স হৈছে। শিঙেৰে খুচি গাত ধূলা-বস্ত্ৰ লৈ অনাই বনাই ঘুৰি ফুৰিলে ভালো নেদেখি, প্ৰয়োজনো নপৰে। সেয়ে তেওঁ এতিয়া গলিটোৰ মুখৰ জৰিজোপাৰ তলতে থাকে। সৃষ্টি ভীক্ষা কৰি যিসকল গো-মাতৃক অনা হয়—মহাৰাজ তাতে বিনা বাক্যে অতি নিৰ্বিকাৰ চিত্তে কৃপা দান কৰে। মানুহ ভক্ত সকলেও তাতে তেওঁৰ সন্মুখৰ পদ যুগল আৰু শিংযোৰ দুই কপালত অগৰু-চন্দন আৰু সেন্দূৰৰ ফোঁট সানি পূণ্যাৰ্জন কৰে।

প্ৰভু মহাৰাজ নিজ ইচ্ছামতে আহে কেৱল নাথুমলৰ দোকান-বাবাণ্ডাৰ সন্মুখলৈ। পুৱাতে দেহাটো টঙোৱাও হয়, প্ৰসাদ গ্ৰহণ কৰি ভক্তক আশীৰ্বাদ কৰাও হয়।

সৰোজা বুঢ়ীয়ে এই আটাইবোৰ আলেঙে আলেঙে চাই থাকে।

পুৱাতে পাঁচ কেজি ওজনৰ সেকা কটী গ্ৰহণ কৰাৰ পিছত মহাৰাজৰ আৰু খাদ্যৰ প্ৰতি কচি নাথাকে। সেয়ে অন্যান্য দুই এক ভক্তই দিনটোৰ আন সময়ত যি দুই এবিধ প্ৰসাদ যাচে-আটাইবোৰ পৰি থাকে প্ৰভুৰ শ্ৰীচৰণৰ কাষত। কেতিয়াবা ভক্তৰ ভক্তি সহিত নোৱাৰি ভাল আকাৰৰ যেন দেখিলে—দুই এটা মালভোগ বা জাহাজী কলতহে তেওঁ কামোৰ মাৰে। বাকীখিনি পৰে সৰোজা বুঢ়ীৰ ভাগত।

কৃতজ্ঞতাৰ চিন হিচাপে বা কৰ্তব্য বুলি গণ্য কৰি ইয়াৰ বিনিময়ত সৰোজা বুঢ়ীয়ে

মহাৰাজে ত্যাগ কৰা বিষ্ঠাবোৰ আঁতৰাই সাৰি-পুচি জৰিজোপাৰ তলখন চাফা কৰি থয়। • ঠিক জৰীজোপাৰ গুৰিত ডুদাল শিপাৰ মাজত আধা পুতি আধা মানুহৰ চকুত পৰাকৈ থোৱা শিল ছটাৰ গাৰপৰা ধূলি-মাকতি গুচাই মাজে মাজে সেন্দুৰ লেপি দিয়ে সবোজা বুঢ়ীয়ে। মহাৰাজৰ কৃপাধন্য দুই চাৰি নব-মুনিচে তাতে আহোঁতে যাওঁতে সিকিটো আধলিটো দলিয়াই থৈ যায়।

ব'দ বৰষুণৰ কথা চিন্তা কৰি কোনোবা ভক্তই জৰিজোপাৰ একাষে কেইথনমান টিঙেৰে এথন চালি সাজি দিছে মহাৰাজক। গাৰ্হস্থ্য সুখ-শান্তিৰ প্ৰতি কিন্তু তেওঁৰ অৰুচি।

চালিখনৰ তলত থাকে সবোজা বুঢ়ী। তাতে লাম-লাকটুৰে ভৰা বুঢ়ীৰ সংসাৰ। ভিক্ষা বৃত্তি আৰু মহাৰাজৰ এৰেহা প্ৰসাদ, তাতেকোনোমতে চলি যায় সবোজা বুঢ়ীৰ।

প্ৰভু মহাৰাজৰ প্ৰতি সবোজা বুঢ়ীৰ ভক্তি হয়তো তেনেকৈ নাই, কিন্তু বিশ্বাস আছে আৰু আছে কিছু মৰম।

এই মৰমৰ বাবেই বোধহয় হাতত গোট খোৱা ভিক্ষাৰ টকাৰে এটা সুন্দৰ পিতলৰ টিলিঙা কিনি আনি সবোজা বুঢ়ীয়ে পিন্ধাই দিলেহি মহাৰাজৰ ডিঙিত। তাৰপিছত, মহাৰাজ যেনিয়ে যায়—তেনিয়েই আগে আগে যায় টিলিলিং টিং টিং শব্দটো।

নিচেই পুৱাতে এই শব্দ শুনিয়েই সাৰ পায় সবোজা বুঢ়ীয়ে। যিদিনা বুঢ়ীয়ে আগেয়ে সাৰ পায় সেইদিনা খচমচকৈ উঠি গৈ পোনেই মহাৰাজৰ গাত হেঁচুকি দিয়েগৈ উঠক উঠক প্ৰভু! সেয়া, নাথুমল উঠিলেই, দৰজা খুলিছে, অলপ পিছতে বুঢ়াই প্ৰসাদ লৈ আহিবই এতিয়া।

আকাশখন এতিয়া প্ৰায় ফুকলি হৈছে, পোহৰো উপচি পৰিছে। নাথুমলৰ দোকানঘৰৰ সন্মুখৰ দুৱাৰখনো মেল খাইছে।

চকুযুৰি মোহাৰি সবোজা বুঢ়ীয়ে টিঙৰ চালিখনৰ তলৰ পৰা খৰখেদাকৈ বাহিৰলৈ ওলাই আহিল।

নাই, জৰিজোপাৰ তলখন উকা।

আনদিনা প্ৰভু মহাৰাজ নাথাকিলেও লাদৰ চপৰাবোৰ পৰি থাকে। আজি তেয়োঁ নাই, লাদো নাই।

সবোজা বুঢ়ীৰ চকুযুৰি সেমেকি উঠিল।

এক অসহ্য বেদনাই পুনৰ তেওঁৰ বুকুখন মুচৰিবলৈ ধৰিলে। সঁচাকৈয়ে তেওঁ এতিয়া বৰ নিঠৰুৱা, অসহায়।

কেতিয়াবা মন ওকৰিলে মহাৰাজে এনেয়ে এবাৰ চহৰখন ভ্ৰমণ দি আহে। চহৰ ভ্ৰমণ মানে পশ্চিমে শংকৰ টকীজ, দক্ষিণে কালীবাৰী হৈ পূবে ভোগদৈৰ বাজহুৱা ঘাট। তাৰপিছত পুনৰ বৰ ৰাস্তাৰ ওপৰেদি ঘূৰি গড আলি হৈ জৰিতল পায়হি।

এবাৰ গড আলিৰ ওপৰতে ভেটা-ভেটি হ'ল প্ৰভু মহাৰাজৰ স-গোত্ৰীয় আকাৰে আকৃতিয়ে মোটামুটি মিল থকা অন্য এজন মহাৰাজৰ সতে।

ন-মহাৰাজ গজলীয়া ডেকা।

দুয়োৰে দুৰ্বাদল অৰিয়া অৰি লাগিল। ৰাস্তা বন্ধ হ'ল। গাড়ী-মটৰ, ৰিক্সাৰ লানি লাগিল।

এঘণ্টা পাৰ হ'ল।

ডেৰ ঘণ্টা হ'ল।

দুঘণ্টাত হওঁ হওঁ হ'লহি।

শেষত ন-মহাৰাজ ৰণত পৰিল। ভঙা শিং, ৰক্তাক্ত কপাল আৰু ঘাৰ্মাশক্ত দেহা লৈ তেওঁ কেনিবা পলাই সাৰিল। স্থানীয় দৈনিক বাতৰি কাকতত ছবি সহ এই ৰণৰ বিতং খবৰ ছপা হৈছিল।

পুৱাই ওলাই গৈ ঘূৰি নহাৰ বাবে সৰোজা বুঢ়ীৰ মনলৈ কালিও প্ৰথমে তেনে এখন খণ্ড যুদ্ধৰ কথাই মনলৈ আহিছিল। কিন্তু সন্ধিয়াৰ পিছত তেওঁৰ মনত সন্দেহে বাঁহ ললে।

এবাৰ মহাৰাজে কিহত লাগি জানো দিনটোৰ এফাল সময় বৰ ৰাস্তাৰ ওপৰত অগা-ভেটাকৈ আছিল। সেইদিনাও গাড়ী মটৰৰ লানি লাগিল। শেষত যেনিবা—জিলাধিপতিৰ আদেশ অনুসৰি জুই মুমোৱা বিভাগৰ গাড়ী আহি প্ৰভু মহাৰাজৰ গাত ওপৰে তলে পানী ছটিয়াবলৈ ধৰিলেহি। মহাৰাজৰ শৰীৰ শাঁত পৰাত ৰাস্তাৰ মাজৰ পৰা আঁতৰি আহিল।

সৰোজা বুঢ়ী প্ৰথমেই গ'ল কালীবাৰীলৈ। সেইফালে প্ৰভুৰ ভক্তৰ সংখ্যা কিছু বেছি, গলে আদৰ অভ্যৰ্থনা পায়।

তাৰপিছত সৰোজা বুঢ়ী আহিল ভোগদৈৰ ঘাটলৈ। সগোত্ৰীয় দুই এজনক দেখা পালেও প্ৰভুৰ ছটোকে তেওঁ দেখিবলৈ নাপালে।

অৱশেষে খবৰ পাওঁতে সৰোজা বুঢ়ীৰ পলম নহ'ল।

গোলাপী আহিছিল ভোগদৈৰ ঘাটলৈ গা ধুবলৈ। সৰোজা বুঢ়া ঘূৰি আহোঁতেই দুয়োৰে ভেটা-ভেটি হ'ল।

গড আলিৰ লেভেল ক্ৰচিঙৰ পৰা দুশ গজমান আঁতৰত ঘটিল ঘটনাটো।

বাট ভেটি থাকা হৈ আছিল মহাৰাজ, ইফালৰ পৰা আহিল মৰিয়নি ফৰকাটিং চাট্ল ট্ৰেইনখন। গোলাপী বুঢ়াৰ চকুৰ সন্মুখতে মহাৰাজ ওফৰি আহি চিটিকি পৰিল গেলেকণিত। সেইফালে দেচুৱালী, ঠেলাৱালা, বিক্সাৱালাবোৰে নিয়ম মাফিক প্ৰাতঃকৃত্য সমাপন কৰে। ভদ্ৰ মানুহ তেনেকৈ নাযায়। গলেও চকু-কাণ মুদি চিৰি ডুস্তালৰ মাজেদি যায়, ইফালে-সিফালে নাচায়।

এটা প্ৰকাণ্ড অবয়বৰ শিল পাহাৰৰ ওপৰৰ পৰা বাগৰি আহি যেন সৰোজা বুঢ়ীক হেঁচা মাৰি ধৰিলেহি।

"মহাৰাজ! প্ৰভু মহাৰাজ!!"

সৰোজা বুঢ়ী সচেতন হ'ল।

নাই, পলম কৰিলে নহ'ব।

তেওঁ চোঁ-মাৰি আগুৱাই গ'ল নাথু কেঞাৰ দোকান-বাৰাণ্ডাৰ সন্মুখলৈ।

নাথুমলৰ দৃষ্টিহীন চকুহালে ফেল ফেলকৈ চাই আছে সন্মুখৰ সীমাহীন অন্ধকাৰলৈ।

সাহস গোটাই সৰোজা বুঢ়ী আৰু অলপ আগবাঢ়ি গ'ল।

মহাৰাজৰ ডিঙিৰ পৰা খুলি অনা টিলিঙাটো জোকাৰ খাই উঠিল। টিলিলিং টিং টিং।

"মহাৰাজ! মোৰ চকুৰ দৃষ্টি ঘূৰাই দিয়া প্ৰভু মহাৰাজ!!"

অন্ধ ভক্তৰ হাতৰ পৰা এখন এখনকৈ কটাবোৰ আজুৰি আন আচলত ভৰাবলৈ ধৰিলে সৰোজা বুঢ়ীয়ে।

( বৰ লুইতৰ ধাৰ )

# নোমাদ আইতা

[ কুমলীয়া ঘাহ আৰু গছ-পাতৰ সন্ধানত ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি ফুৰা অতি স্বাধীন-চিন্তীয়া পশুপালক নোমাদ সকলৰ জীৱন অতি বিচিত্ৰ। আফগানিস্থান, ইৰাণ আদি দেশতো এই নোমাদ সকল সেই সেই দেশৰ জনসাধাৰণৰ অতি মৰমৰ। কাৰণ নোমাদসকল য'লৈকে যায়—লগত লৈ যায় জাৰ-ঢাকনী কাপোৰৰ বাবে ভেৰাৰ নোম, গাখীৰ আৰু চলন্ত মাংসৰ ভঁৰাল। দেশৰ অৰ্থনীতিত নোমাদসকলৰ বৰঙনি উল্লেখনীয়। আফগানিস্থানৰ দৰে দেশতো চৰকাৰে এই আদিম জীৱিকাধাৰী স্বাধীনচিন্তীয়া নোমাদসকলৰ বাবে চলন্ত ( moving ) স্কুলৰ জৰিয়তে বাধ্যতামূলক শিক্ষা আৰু চলন্ত চিকিৎসালয়ৰ জৰিয়তে সুস্বাস্থ্যৰ ব্যৱস্থা কৰিব পাৰিছে।

হিমালয়ৰ পাদদেশত ভাৰততো ঠায়ে ঠায়ে এই নোমাদসকলৰ বিচৰণ দেখা যায়। কাশ্মীৰ উপত্যকাত এওঁলোকক কোৱা হয় 'গৌজাৰ'। গৌজাৰসকল অৱহেলিত, পিছপৰা জাতিৰ। তেওঁলোকৰ স্বাধীন জীৱিকাও পদদলিত।

এই গল্পৰ পটভূমি ভূস্বৰ্গ কাশ্মীৰৰ অনন্তনাগ-পহেলগাম পথ। ]

## এক

ভেৰা-পোৱালি দুটাই মেকুমেকাই উঠিছিল, সম্ভৱতঃ অসাৱধানতাৰ বাবে দিল্‌লাৰ হাতৰ টেপাটো কঠিন হৈ পৰিছিল।

আইতাই কিন্তু তাইক নগৰিয়ালে। বৰং সোঁৱৰাই দিলে, "দিল্‌লা মাজনী, বৰকৈ টেপা মাৰি নধৰিবি।"

ফেঁহুৰ দৰে বগা পোৱালি দুটা দিল্‌লাই বননিলৈ নমাই দিলে।

"ভালেই হৈছে দে।" আইতাই নিজকে কোৱাদি কলে, "ওমলিবলৈ আল্লাই তোক দুজনী বৰ ধুনীয়া সখি দিছে। পিছে সিহঁতে জানো কিবা খাবলৈ পাইছে ?"

পোৱালি দুটাৰে সৈতে কণমানি নাতিজনীক তাৰে এৰি আইতা পাহাৰৰ নামনিলৈ আগুৱাই আহিল।

"আব্দুল্লা ! অ' আব্দুল্লা !!"

পাহাৰৰ সেউজ গৰা আৰু গগনচুম্বী হিমাবৃত শিখৰবোৰে যেন আইতাক চিঞৰিব ধৰিলে, ব্দুল্লা......, অ'......ল্লা......

খচ্চৰ এটাৰ পিঠিত বহি আব্দুল্লাই টোপনিয়াই আছিল। হঠাতে চকুৰ আগত আইতাক দেখি সি খকৰ-মকৰকৈ খচ্চৰটোৰ পিঠিৰ পৰা নামি আহিল।

"ঐ শাখিনা! শুবলৈ আৰু ঠাই বিচাৰি নাপালি?" আইতাই খেং খেঙাই উঠিল, "যা যা নবাবৰ পো, গাইকেইজনীকে আনগৈ দিনৰ ভাগতে ইছলামাবাদ পাৰ হৈ যাব নোৱাৰিলে সিফালে আৰু তিনিদিন লাগিব।'

আইতাৰ মাতত ব্যস্ততাৰ সুৰ শুনি চৰি থকা গাইকেইজনী খেদি আনিবলৈ আব্দুল্লাই লৰ ধৰিলে। তাকে দেখি নোদোকা ভলুকাটোৱেও কোঁ-কোৱাই পিছে পিছে দৌৰিবলৈ ধৰিলে।

ৰ'দৰ পৰশ পাই 'বৰফৰ মালা পিন্ধা' গিৰি-শিখৰবোৰ জিক্‌মিকাই উঠিছে। ঠিক ভেৰা নাগৰ ফালৰ পৰাই যেন বৈ আহিছে মুৰৰ চুলি বাউলী কৰা এছাটি চেঁচা বা।

আইতাৰ মনটো প্ৰফুল্লিত হৈ উঠিল।

আজলীক বিচাৰি উলিয়াবলৈ তেও পাহাৰৰ নামনিত চৰি থকা ভেৰাবোৰৰ মাজলৈ সোমাই আহিল।

"জানো ক'ত মৰেগৈ এইজনী!"

আইতাৰ খঙো উঠিল। এতিয়া যে দুটা পোৱালিৰ মাক—তাইৰ যেন খিয়ালেই নাই।

এনেকৈ হলে কেনেকৈ চলিব?

আইতাই চিঞৰিব ধৰিলে, "আজলী! অ' আজলী!!"

আজলীৰ পিছে ওম-ঘামেই নাই।

আইতাই পাৰেমানে বকিবলৈ ধৰিলে, "মকতা, হতচিৰিহতী—"

পিছে আইতা অলি-পকি উঠাৰ আগতেই মেকে মেকেকৈ ন-পোৱাতি জনীয়ে আগুৱাই আহি আইতাৰ গাত খুন্দিয়াব ধৰিলেহি।

গাত হাত ফুৰাই দিলে আইতাই।

"খেং তেৰি এইজনী! দুটাৰ মাক, ইফালে তাইৰ গাত কথা লাগিবৰে যেন হোৱা নাই। পোৱালি দুটা ক'ত এৰিলি? হে, মুৰ জোঁকাৰিছ, ক'ব নোৱাৰ? আল্লাই জানো কি তইতৰ পেটত ফচল দিয়ে! আহ, আহ—'

কাণ এখনত ধৰি আইতাই তাক টানি নিব ধৰিলে।

পিছে আধা বাটৰ পৰাই আইতাক ক'ৰবাতে এৰি আজলীয়ে মেকে মেকেকৈ বাউচি জোৱা পোৱালি দুটাৰ ফালে চাপলি মেলিলে।

ইস্! তাইৰ গাত খিহে জোৰ!

পোৱালি দুটায়ো চোচা মাৰি আহি মাকৰ ওহাৰত দুপিয়াবহি ধৰিলে।

আজলীৰ পিঠিত হাত ফুৰাই ফুৰাই আইতাই কবলৈ ধৰিলে, ঐ মৰতী, এনেকৈ চেঙালুটি কাঢ়িলে কেনেকৈ হ'ব।. এহ! তই দেখোন পোৱালি দুটা গচকিয়েই মাৰিবি এতিয়া। বহ, বহ। ওহাৰখন পাতি দেছোন। ছিঃ, দেখিছানে তাইলৈ? ন পোৱাতি মাইকা, অলপ ঘ্ৰৰ-ঘ্ৰৰণি উঠিবই। মোৰ কিবা উঠা নাছিলনে?”

দিল্‌লাৰ মুখলৈ চালে আইতাই।

গাখীৰ পিয়া পোৱালি হালৈকে আমন জিমনকৈ চাই আছে তাই।

আইতাৰ চকু দুটা যেন খচ্‌খচাই উঠিল।

কি জানো হয় এই চকু দুটাত!

কি জানো হয় এই চকু দুটাত!

“যা যা,” দিল্‌লালৈ চাই আইতাই কলে, “থাল-বাটিবোৰ সামৰি লগৈ। এতিয়াই আগবাঢ়িব লাগিব। পলম কৰিলে এই মথাক লৈ ৰাস্তাতে ৰাতিটো খপিব লাগিব। যি হে বতাঁহ! চৌকাৰ জুইত পানী ছটিয়াই দিবি।

আইতাই পুনৰ পোৱালি হালক পিয়াই দিয়াবলৈ ধৰিলে।

গাইকেইজনে গোটাই আব্দুল্লা কাষ চাপি আছিল। “বস্তুকেইটা বোজাই কৰি ল।” আইতাই দিহা দিলে, “বাচনবোৰ তাই সামৰিছে। চাবি, কিবা-কিবি থাকি যাব পাৰে। হাকোটা কটাৰিখন আগতেই ভৰাই থবি। তইতে সদায়ে কটাৰিখন এৰি এৰি যাৱ।”

দিল্‌লাই কিবা এসোপা বনৰীয়া ফুল গোটাইছিল।

আইতাই ধমাক দিলে, “থ থ তোৰ সেই সোপা। কিমান পাবি পহেলগামত।”

খেক্ খেককৈ হাহি দিলে আব্দুল্লাই।

“আৰে শাহজাদী, লোৱা লোৱা। ফুল, বেঙুনীয়া ফুল! হা-হা-হা!”

দিল্‌লাই তালৈ কেঞা আঙুলিটোৰ সমানো ভয় নকৰে। তাৰ ফালে চাই তাই জিভাখন উলিয়াই চিঞৰি দিলে, “কলা ভূত! শাখিনা! ইস্ চাচোন কেনেকৈ হাহিছে।”

আব্দুল্লা সঁচাকৈয়ে ক'লা ভূত।

অধনা। মাঝাতাৰ আমোলৰ এযোৰ পোছাক। ধূলি আৰু গাৰ ঘামে নিকাৰ বৰ্ণা, চাঁবোন আৰু পানীৰ গন্ধ নোপোৱা শৰীৰ। ভূত নহৈ কি? সেয়ে ভূত বুলিলে তাৰ একো সন্মানত আঘাত নপৰে। আৰু শাখিনা? এইটোযে আইতাৰ মৰমৰ মাত।

আব্দুল্লাই খড়্গতো নকৰিলেই, বৰং বং পাই পুনৰ অকণমানি শাহজালীজনীক জোকাৰলৈ ধৰিলে।

ভেৰা-পোৱালি দুটা বোচকোচাত বান্ধি আইতাই খেং খেঙাই উঠিল, "নবাবৰ পো, ব'ল আগবাঢ়। তই আগে আগে ব'ল। গাড়ী-মটৰৰ যিহে ভিৰ, আগফালৰ পৰা আহিলে ভেৰাবোৰ কাষলৈ হটাই দিবি। কেওফালে সজাগ ধৰা ধাননি পথাৰ। চাবি, এই মথাই কৰাত মুখ দিব।"

পেংলাই এবি আব্দুল্লাই খচ্চৰটোৰ ডিঙিত খামুচি ধৰিলে।

## দুই

উইল' আৰু চিনাৰৰ শাৰীবোৰৰ মাজেৰে আগবাঢ়ি গৈছে ৰাস্তাটো। মাজে মাজে একোজোপা প্ৰকাণ্ড আখৰুট। ক'ৰবাত আকৌ শোঁখাই পৰা আপেলৰ জোপোহা। ৰাস্তাটোৰ একাষে বিস্তীৰ্ণ সেউজ কোমল ধাননি, আনকাষে নাচনি লিডাৰ নদী।

বহল শিলনিত উজুটি খাই লিডাৰে কল-কলাইছে। দূৰৰ পৰা, বন নিয়ৰাই থকা খেতিৰ পথাৰৰ পৰা ভাহি আহিছিল কাশ্মীৰী কৃষকৰ সমদল গীত, কেতিয়াবা গীত-কেতিয়াবা কেৱল সুৰ। আৰু তাৰ মাজেৰে, নিমজ পকী পথটোৰ কাষে কাষে, কেতিয়াবা আকৌ গোটেই পথটো আগুৰি আগবাঢ়িছিল এটি সৰু নোমাদ পৰিয়াল!

একেবাৰে আগত পিঠিত বোজা বন্ধা খচ্চৰটোৰ ডিঙিৰ ৰচিডালত ধৰি আগবাঢ়িছিল আব্দুল্লা। প্ৰতিটো খোজতে সি হাতৰ টোকোনডাল পকী পথটোত ঠুকিছিল আৰু একে সময়ত মুখেৰে 'হেই—হেই, হুৰ হুৰ্ৰা' জাতীয় একোটা শব্দ উচ্চাৰণ কৰিছিল। তজবৰ্জীয়া ঘোঁৰাটোৰ দীঘল লেকামডালো তাৰ বাওঁহাততে মেৰিয়াই লোৱা আছিল। আব্দুল্লাৰ মুখৰ অস্ফুট শব্দবোৰ কাণ পাতি শুনি ঘোঁৰাটোৱে যেন কদম মিলাই আগবাঢ়িবলৈ আপ্ৰাণ চেষ্টা কৰিছিল।

পৰিয়ালৰ এই কেইজনা সদস্যৰ পিছতে শান্তভাৱেগাইকেইজনী আৰু মেক্-মেকাই, ভেক-ভেকাই আগবাঢ়িছিল ভেৰা-ছাগলীৰ পালটো। সংখ্যাত সিহঁত আছিল প্ৰায় অৰ্ধ-শতাধিক। ভেৰাবোৰৰ বেছি ভাগেই নোদোকা-নাদোক বগা চপচপীয়া নোমেৰে গা-মূৰ ঢাকি খোৱা। সিহঁতৰ ভিতৰৰে কেইটামান আছিল উতনুৱা অথবা ফুৰ্তিবাজ। গৈ থাকোতেও সিহঁতে মূৰে মূৰে খুন্দিয়াই যুঁজিছিল, অথবা পিছফালৰ পৰা ইটোৱে সিটোক উজুটি খোৱাৰ আচিলাতে খুন্দিয়াই উত্তেজিত কৰি তুলিব বিচাৰিছিল।

ভেৰাৰ জুমটোৰ একেবাৰে শেষত অকলে অকলে আপোন ভাৱত তন্ময় হৈ আগবাঢ়িছিল প্ৰথম মাতৃত্বৰ গৌৰৱেৰে গৌৰৱান্বিতা আজলী নামৰ ভেৰাজনী। মাজে

মাজত তাই সে-কে সে-কেকৈ অতি কোমল স্বৰেৰে কেৰাই আৰু তাইৰ আত্মীয়া মাখোন এদিন বয়স হোৱা পোৱালিহাললৈ উতভি উতভি চাইছিল। সিহঁত নিৰাপদে থকা বুলি জানি তাই পুনৰ আপোন ভাবত তন্ময় হৈ পৰিছিল।

একেবাৰে শেষত আগবাঢ়িছিল, পোৱালি হাল বুকুত বান্ধি আইতা, উইল'ৰ ঠানি এডাল হাতত লৈ দিল্‌লা আৰু তেৰাবধীয়া কুকুৰহাল।

"আৰু কিমান দূৰ আইতা ?"

উইল'ৰ ঠানিডালেৰে তেৰাৰ পালটো হুৱাই অহা দিল্‌লাই হঠাতে আইতাৰ মলিয়ন জলহ পায়জামাটোত আঁজুৰি ধৰিলে।

"আও পালিহিয়েইনে ?"

চেকচেকাই হাঁহি দিলে আইতাই।

তেওঁ কলে, "আজি আৰু কালিলৈ দিনৰ দিনটো গলে পৰহিলৈ গধূলিতে আমি পহেলগাম পামগৈ।"

তাৰমানে আৰু দুটা দিন ?

তাইৰ মনটো সেমেকি উঠিল।

পিছপৰি যোৱা কুকুৰজনীৰ গাত উজুটিয়াই দিলে আইতাই।

তায়ো দুখ পাই কেংকেঙাই উঠিল।

এই কুকুৰবোৰ! গাড়ী মটৰলৈ যে ইহঁতৰ কিমান ভয়! 'ভো-ও-ও' শুনিলেই নেগুৰ পেলাই আইতাৰ ভৰি দুটাৰ মাজত মূৰ সুমুৱাই কে-কোৱাই উঠেহি।

আইতাৰ উঠে হাঁহি, মাজে মাজে খঙো উঠে।

পাহাৰৰ নোদোকা ভালুকলৈ ভয় নকৰা, দৰকাৰ হলে ফেপেৰি পাতি ধৰা কুকুৰহালেও গাড়ী একোখনলৈ কি যে ভয় নকৰে!

"চেই চেই!"

চেকনি এডালেৰে এটাৰ গাত চাটোপকৈ কোবাই দিলে আইতাই।

"কি হ'ল আইতা? দুখ পালানেকি?" সন্মুখৰ পৰা আব্দুলাই বিঙিয়াই সুধিলে।

"নাই নাই, গৈ থাক।" আঙুলি কেইটা মোহাৰি আইতাই ভেঙুচালি কৰি ক'লে, "মোলৈ চাব নালাগে, তই নিজ বাটেৰে গৈ থাক। হেবাং ক'ৰবাৰ!"

আইতাৰ মুখখন দেখি আব্দুলাই খুকখুককৈ হাঁহিবলৈ ধৰিলে।

খং ভাবটো লুকুৱাই আইতাই বিং মাৰি সুধিলে, "হেই হেৰৌ! তোৰ ভোক লাগিছেনেকি?" তাৰ উত্তৰলৈ বাট নাচায় তেওঁ পুনৰ চিঞৰিব ধৰিলে, "ঐ নবাবৰ

গো, শুনিছনে নাই ? সেই আগৰ বননিজৰাতে জেৰাবোৰ কথা। সিহঁতে অলপ চৰক, তাইক ছুটায়ো কিবা ছুটামান পেটত পেলাই ল।"

দিল্‌লাইহে পিছে হিচ্‌হিচাই উঠিল।

"কিনো হয় অ' এইজনীৰ ?" আইতাই তাইৰ মুখলৈ চালে।

দিল্‌লাই কলে, "এনেকৈ বৈ বৈ গলেনো কেতিয়া পহেলগাম পামগৈ।"

আইতাই একো উত্তৰ নিদিলে। কিন্তু হেঁচা মাৰি ধৰিব বিচৰা হাঁহিটোৱে তেওঁৰ দগুহান আলুসৰ্বস্ব মুখখনক ডুবাই পেলালেহি।

টোপোলাটোত বান্ধি অনা ভাতকেইটা আইতাই দিল্‌লা আৰু আব্দুল্লাক ভগাই দিলে। তাকে তপৰ তপৰকৈ গিলি আব্দুল্লাই শৰীৰটো ঘাহনিৰ ওপৰত এৰি দিলে।

এই জধলাটোৰ যিহে অভ্যাস!

আইতাই গুৰুগুৰাই উঠিল, "অই গাধ, উঠ, উঠ।"

অলপ সময়ৰ পিছতে পৰিয়ালটো পুনৰ বাস্তালৈ উঠি আহিল।

আকৌ আৰম্ভ হ'ল উইল' আৰু চিনাবৰ শাৰী হুৰ-হুৰ, হুৰ্‌ৰা—

## তিনি

কোনো এক গোপন কুকুণ্ডত সূৰ্যটো লুকাই পৰাৰ ঠিক আগে আগে পৰিয়ালটো নিৰাপদ দূৰত্বলৈ আঁতৰাই আহিল। ৰাস্তাৰ দুয়ো কাষে সৰু-বৰ বঙা বঙা থিয় চালিৰ ঘৰবোৰ দেখি দিল্‌লা জঁপিয়াই উঠিল।

"চোৱা আইতা, আমি পাই গলোহি।"

"নহয় অ' এইজনী।" আইতাই হাঁহিব ধৰিলে।

"নহয় ?"

"এইখন মাটান।"

"মাটান ?"

"অ', বুঢ়াবোৰে কয় বাৱান। পহেলগামলৈ এতিয়াও ওঠৰ মাইল বাকী। ৰাতিটো আজি ইয়াতে খপিব লাগিব।

হঠাতে ওভতি চালে আব্দুল্লাই।

"বৈ যামনেকি আইতা ?" সি সুধিলে।

"ইয়াত নহয়, অলপ আগলৈ ব'ল।"

কবৰ্ষৰ গেইটখন পাৰ হৈ এটুকুৰা মুকলি ঠাই আছে। কাষতে পানীও আছে। আব্দুল্লাই খচ্চৰটোৰ টিকাত চেকনিডালেৰে কোৱাবলৈ ধৰিলে।

মাটান বৰ পবিত্ৰ ঠাই।

খেনোৱে কয় মাটান, খেনোৱে কয় বাৱান ; যেনেকৈ অনন্তনাগক বুঢ়াবোৱে কয় —ইছলামাবাদ।

আইতাই মাটানৰ মন্দিৰ দেখিছে।

হিন্দু আৰু শিখৰ মন্দিৰ।

ভিতৰলৈ সোমোৱা নাই, কিন্তু বাহিৰৰ পৰাই আল্লা-তালাহৰ নামত প্ৰণিপাত জনাইছে।

শিলাস্তৰ ভেদি ওলাই আহিছে এটা নিজৰা। হিম-চেঁচা পানী। তাতে কিমান যে মাছ! সৰু-ডাঙৰ, ক'লা-বগা।

থমকি ৰ'ল আইতা।

কোনোবাই যেন অবিৰাম গালি বৰ্ষণ কৰিব লাগিছে।

"অই বাওযুৰী! জংঘলী ক'ৰবাৰ!! বহ, বহ।"

ওভতি চালে আইতাই।

মটান ফৰেষ্ট চেক্ পষ্টৰ চন্তৰি এটাই চিঞৰি উঠিল, "একেবাৰে নাকৰ পোনে পোনে মাৰিছ। চৰকাৰী গেইট দেখা নাই?"

"কি হৈছে, হৈছে কি?"

ভেৰাবোৰৰ মাজেৰে আইতা আগুৱাই আহিল। চন্তৰিটোও জাঙুৰ খাই উঠিল, "ঐ জখিনী! ভেৰাবোৰ কলৈ খেদাইছ? ৰবিনে নৰয়?"

আইতাই চকু পকাই ধৰিলে, "কিহৰ বাবে ৰ'ব লাগে, নিধক কৰোবাৰ?"

"নাজান এইখন চৰকাৰী চেক্ পষ্ট।"

"মোৰ কি সৰুপানী চুৱ লাগিল।" আইতাই গেঙেৰি মাৰি কলে, "চয়তানী চিনি পোৱা নাই মোক?"

"আচ্ছা, আচ্ছা," খেক্ খেক্কৈ হাঁহি চন্তৰিটোৱে কলে, "এতিয়া তোৰ গৰু আৰু ভেৰাৰ হিচাপ দে।"

"গৰু কিমান আছে তই জানো দেখা নাই?"

"আৰু ভেৰা?"

"ভেৰা আছে মুঠ পঞ্চাশটা।"

"মাত্ৰ পঞ্চাশটাহেনে?"

"আল্লাই তোক জানো এহাল চকু দিয়া নাই? হতচিৰী হোৱা!"

আইতাৰ সঁচাকৈয়ে খং উঠিছিল। খঙৰ ভমকত তেওঁৰ মুখখন লাউপাত

হুমুনিয়াত হৈ পৰিছিল। তাকে দেখি চন্দ্ৰবিটোৰেও কথা বেছি নকৰাই নিজৰ অভিপ্ৰায় ব্যক্ত কৰিলে।

"আচ্ছা, তোৰ কথাই ঠিক। এতিয়া এটকাকৈ পঞ্চাশ টকা দে।" ফিচিক্‌কৈ হাঁহি সি আৰু কলে, "বেছি কিমান আছে মই কিবা হিচাপ কৰি চামনে ?"

"হে কি কলি ?" আইতাই চন্দ্ৰবিটোৰ বুকুত চেপা মাৰি ধৰিলে, "কি কলি হাইজাত যোৱা! কোন দেশৰ নিয়ম এইটো ? লাজ নালাগিলনে নিধক কৰোঁবাৰ !"

সেউজীয়া ৰঙৰ ঘৰটোৰ পৰা বিৰয়া জাতীয় এজন ওলাই আহিল। তেওঁ চন্দ্ৰবিটোক দবিয়াবলৈ ধৰিলে, "ঐ মাউৰত মৰা, দে দে বুঢ়ীক যাবলৈ দে। তাইৰ কাগজ পত্ৰ সকলো ঠিক আছে।"

"যাবলৈ দিম ছাৰ !" আইতাৰ কৰলৰ পৰা নিজকে মুক্ত কৰি ললে চণ্ডালটোৱে। সি ফোপাব ধৰিলে, "আপুনি নাজানে ছাৰ। এই গৌজাবৰোৰ বৰ ধূৰ্ত। আপুনি ইহঁতক কেতিয়াও বিশ্বাস নকৰিব। ইহঁতে মানুহ খুন কৰিব পাৰে ছাৰ। দেখিছে, দেখিছে নহয় এই যমে নেদেখা বুঢ়ীজনীলৈ।"

বিৰয়াজনে খেক্‌খেকাই হাঁহিব ধৰিলে।

এই চেগতে উইল'ৰ ঠানিটোৱে আইতাই ভেৰাবোৰ সন্মুখলৈ হুৰাই দিব ধৰিলে।

"সেই আম্‌লা, হেবাং ক'ৰবাৰ' কি কৰি আছ ? নে খেদি নে এই গালক। দিল্‌লা, দে কোবাই দে।"

আইতাৰ কাষে কাষে লাগি ফুৰা নোদোকা কুকুৰ হালেও বিপদৰ গন্ধ পাই ভেৰা-বোৰক সন্মুখৰ ফালে হুৰাই নিব ধৰিলে।

"ঐ চয়তানী বুঢ়ী। কলৈ পলাইছ ডাকাত অচুপ নকৰাকৈ, বহ বহ।" চন্দ্ৰবিটোৱে তাৰ অন্য এটা সংগীৰে সৈতে আগবাঢ়ি আহিল।

আইতায়ো সমস্ত উদ্যমেৰে ভেৰাৰ পালটো হুৰাই নিবলৈ ধৰিলে।

"হেই হেই, হট্ হট্, যা-যা"—

বোকোচাত বন্ধা পোৱালি দুটাই মেকমেকাবলৈ ধৰিলে।

চন্দ্ৰবি দুটা দৌৰি কাষ চাপি আহিল। সিহঁতৰ অভিপ্ৰায় বুজি আইতাই ওজতি ধৰাৰ আগতেই পিছপৰি যোৱা দুজনী ভেৰা সিহঁতে কান্ধলৈ উঠাই ললে আৰু এটাই আইতাক গাৰ জোৰেৰে ৰাস্তাৰ দাঁতিলৈ গতা মাৰি দিলে।

পিঠিত বান্ধি অনা পোৱালি দুটা খেপিয়াই চালে আইতাই।......আঃ, সিহঁত ঠিকেই আছে। কেৱল আইতাৰ কপালখনহে যেন খুণ্ডা খাই উখহি পৰিব ধৰিছে। আঠু দুটাতো আইতাই অসহ্য বিষ অনুভৱ কৰিলে।

কিন্তু থিয় হৈয়ে চন্তবি ছুটাৰ কাষত ভেৰা ছুৱনী দেখা পাই আইতাই আব্দুল্লাৰ কালে চাই আকাশ-পাতাল কঁপাই চিঞৰিব ধৰিলে, "ঐ শাখিনা, কত্তা ক'লা বৃত্ত, অহনিত যোৱা! দেখা নাই, দেখা নাই কাফেৰইতে কেনেকৈ আমাৰ ভেৰা ছুৱনী লৈ গৈছে। তই কিহৰ পুৰুষ? ল মোৰ কাপোৰ পিন্ধ, তোৰ পোছাকযোৰ মোক দে।

ৰাস্তাৰ ঠিক মাজতে বহি সন্তানহাৰা মাতৃৰ দৰে আইতাই বিনাবলৈ ধৰিলে।

হঠাৎ আনো কি হ'ল হেবাং আব্দুল্লাৰ! খচ্চৰটোৰ গাদীত গুঁজি থোৱা আঁকোৰা দাখন সি আঁজোৰ মাৰি উলিয়াই ললে। তাৰপিছত, ভেৰাবোৰৰ মাজে মাজে বাট উলিয়াই চন্তবি ছুটাৰ ফালে আগবাঢ়ি যাব ধৰিলে।

"নেৰিবি নেৰিবি সিহঁতক!" বিননি এৰি আইতাই পোৱালি মাইকী বাঘিনীৰ দৰে গুঁজৰিবলৈ ধৰিলে, "দে, দাখন বহুৱাই দে কাফেৰইতৰ তিতিত। আল্লা তালাৰ কাৰ্যত কোনো গুনাহ নহয়।"

আব্দুল্লাই গাৰ সমস্ত শক্তিৰে দাখনৰ নালটো মুঠি-মাৰি ধৰিলে।

## চাৰি

পিছদিনা ঠিক সন্ধিয়াৰ আগে আগে মাটান কেনেলৰ পানীৰ কলকলনি আইতাৰ কাণত পৰিলহি। শব্দটো বোধহয় দিল্লাৰ কাণতো সোমাইছিল। তাই খৰথেদাকৈ আইতাৰ কাষলৈ চাপি আহিল।

"কি হ'ল মাজনী? আইতাই অৱশভাৱে সুধিলে।

"সেয়া, সেয়া পহেলগাম নহয়নে আইতা?"

"পহেলগাম এতিয়াও বিশ কিল'মিটাৰ আগত মাজনী।"

"কিন্তু সেয়া পানীৰ শব্দ?"

"লিডাৰৰ শব্দ নহয়, সেয়া মাটান কেনেলৰ পানীৰ কলকলনি। আৰু সোঁফে পোহৰ দেখিছ সেইখন এইচ্মোকাম।"

এইচ্মোকাম পোৱাৰ লগে লগে ভেৰা আৰু গৰুবোৰক ৰাস্তা আৰু আঁতৰেদি বৈ যোৱা লিডাৰৰ মাজৰ বহল চটবোৰলৈ নমাই দিলে আইতাই।

নিশাটো আজি ইয়াতেই থাকিব লাগিব।

তদুপৰি মালিক শেখ চাহাবো আজিকালি শ্ৰীনগৰত নাথাকি এইচ্মোকামৰ ঘৰতেই থাকে। নিশাৰ ভিতৰতে তেওঁকো যেনে তেন লগ ধৰিবই লাগিব।

ভেৰাবোৰক পানী-ছুনি খুৱাই আইতা পুনৰ পহেলগামলৈ যোৱা পথটোৰ ওপৰলৈ উঠি আহিল।

ৰাস্তাৰ পৰা প্ৰায় দুৱশ ফুট উচ্চতাত মছজিদৰ কাষৰ ঘৰটোৱেই শেখ চাহাবৰ ঘৰ। দিনটো খোজকঢ়াৰ ভাগৰকো আওকান কৰিএখোজ দুখোজকৈ ভাবি দুটা চোঁচৰাই আইতাই থট্‌থটি বগাই ওপৰলৈ উঠিবলৈ ধৰিলে।

অজু কৰি ইছাৰ নামাজৰ বাবে সাজু হৈছিলশেখ চাহাব।

আইতাক দেখি সুধিলে, "সেইজনী আমিনা বুঢ়ী নহয়নে? বৰ বুঢ়ী হৈ গলিহেই। মোৰ ভেৰাবোৰ ঠিকে ঠিকে আছেনে? আব্দুল্লাৰ হতুৱাই ভেৰাৰ নোমবোৰ কটোৱাই থবি। খবৰ পালেই আনিবলৈ মই মানুহ পঠাম।"

আইতা নিশ্চুপ হৈ থকা বাবে মালিক শেখ চাহাবে পুনৰ সুধিলে, "কি হ'ল বুঢ়ী, কথা নকয় কিয়? দৰমহাৰ টকা লাগেনেকি?"

আইতাই কওঁ নকওঁকৈ কলে, "টকা নালাগে হুজুৰ।"

"তেন্তে?"

"আব্দুল্লা পুলিচৰ হাতত পৰিছে হুজুৰ। আজি নিশাৰ ভিতৰতে খবৰ নকৰিলে কালিলৈ অনন্তনাগলৈ চালান দিব হুজুৰ।

"কাক মাৰিছিল?"

"মাটান গেইটৰ চন্তৰিৰ লগত কাজিয়া হৈছিল হুজুৰ। সিহঁতে আমাৰ দুজনী ভেৰা থাবলৈ লৈ গৈছে। এই পোৱালি দুটাৰ মাকজনীকো সিহঁতে লৈ গৈছে হুজুৰ।"

"ওঁহ! মাত্ৰ দুজনী ভেৰাৰ বাবে আক কাজিয়া কৰিব লাগেনে?" ভোৰ-ভোৰাই উঠিল শেখ চাহাবে। অতি বিতৃষ্ণাৰে তেওঁ কলে, "মিছাতে অজু মকৰুহ হ'ল; এতিয়া পুনৰ তৈয়ম্মোম কৰিব লাগিব।"

মাত্ৰ দুজনী ভেৰা!

অমৰনাথৰ পথেৰে তুষাৰময় দেৱতা দৰ্শন কৰিবলৈ আগুৱাই যাওঁতে আমিনা আইতা যেন হঠাতে ৰৰকৰ তলেৰে বৈ যোৱা গোপন খৰস্ৰোতা নদীতহে সোমাই পৰিল।

এজাক ৰৰক চেঁচা বতাহে সমগ্ৰ এইচ্‌ মোকামক বুৰাই পেলাইছিল। এই বতাহৰ মাজেৰে থটথটি বগাই তললৈ নামি অহাৰ শক্তি আইতাই ক্ৰমাৎ হেৰুৱাই পেলাইছিল। সেয়ে কোনোমতে নিজৰ পোটোৰা পৰা অনহাল মেক্‌মেকাই থকা মাতৃহাৰা পোৱালি দুটাৰ মুখত গুজি দি মছজিদৰ বেৰত আঁউজি বহি পৰিল আমিনা আইতা।

(প্ৰকাশ / ১৯৮৩)

# শতুৰালি

[ বাংগালোৰ-পুণা ৰাষ্ট্ৰীয় পথেৰে প্ৰায় ত্ৰিশ কিল'মিটাৰ দূৰত্ব আগুৱাই আহিলেই ইতিহাসে গৰকা চিত্ৰদুৰ্গ পাব। চিত্ৰদুৰ্গক কেন্দ্ৰ কৰি কেউফালে গাঁও, মাজতে এখন সৰু চহৰ। মিগ্‌মাটাইট-খাদ আৰু কপাহধুনা কলবোৰেই ইয়াৰ একমাত্ৰ বৈশিষ্ট্য। ন-অতি-দূৰত আছে ইংগালধালু তামৰ খনি। খেতিৰ অনুপযোগী মাটি, নাৰিকল আৰু তামোলেৰে ভৰা গাঁও আৰু সৰল সহজ গাঁৱৰ মানুহ। আৰু আছে দুই-চাৰিজন 'বুদ্ধিমান' ধনী 'খেতিয়ক'। এই গল্পৰ পটভূমি চিত্ৰদুৰ্গ: অপ্ৰয়োজনীয়ভাৱেও ব্যৱহাৰ কৰা আচিনাকি অথচ নিচেই সাধাৰণ গুৱলা শব্দবোৰ কানাড়া শব্দ। ]

## এক

ঠিক তাইক অতিক্ৰম কৰাৰ লগে লগে জট্‌কাখনৰ গতিবেগ পুনৰ স্বাভাৱিক হ'ল। পাচিটোৰ ভৰত ভাঁজ লগা মূৰটো পোন কৰি বসুমমাই চহিচটোলৈ চালে আৰু প্ৰায় ব্যঙ্গৰ সুৰত ক'লে, "হেৰা বৰ মানুহৰ ঘৰৰ বনকৰা ল'ৰা, অলপ ৰ'বা। পাৰা যদি মোৰ মূৰৰ পাচিটো বজাৰলৈকে লৈ ব'লা।"

লেকাম টানি চান্নাপ্পাই জট্‌কাখনৰ বেগ কমালে। কিন্তু তাইৰ চোকা কথাবোৰ যেন কাণত সোমোৱাই নাই এনে ভাবত আগুৱাই গ'ল।

বসুমমাৰ যেন ধৈৰ্যচ্যুতি ঘটিল। কেইখোজমান বেগাই আগন্তুকেও চৰম সুৰত তাই ক'লে, "শুনা নাই? নে বৰ মানুহৰ কাণত মকৰা সোমাল।"

চান্নাপাই জট্‌কাখন ৰখাই তাইৰ মূৰৰ পাচিটোলৈ অৱজ্ঞাভৰা চাৱনিৰে চালে।

"কি আছে তোৰ পাচিত? ফুল!" ঢেকঢেকাই হাঁহি দিলে চান্নাপ্পাই। ক'লে, "তোৰ ফুল সোপাতকৈ মোৰ জট্‌কাত থকা শাক-পাচলিবোৰ বেছি মূল্যবান। তোৰ পাচিটোৰ বাবে ইমান নিপোটল বিলাহীবোৰ মই নষ্ট কৰিব পাৰোনে কি?

বসুমমাই তাৰ বেঁকা কথাবোৰ সহ্য কৰিব নোৱাৰিলে। সেয়ে তাৰ মুখতে ক'লে, "চান্নাপ্পা, তুমি সঁচাকৈয়ে বৰ মানুহৰ ঘৰৰ বনকৰা ল'ৰা।"

"আৰু তই কি?" চান্নাপ্পাই ভেঙুচালি কৰিলে, "তই হলি মা-লি-নী। মহাপুৰুষ বংগাপ্পা মুৰ্খৰ মালিনী। গিৰিহঁতক কৰি, জটকা এখন কিনি দিব। হেই হট্‌ হট্‌, যা—"

কৈয়েই চায়াপ্পাই মিৰ্দোষী ঘোঁৰাটোৰ পিঠিত চাবুকেৰে চটপ্‌, চটপ্‌ কৈ দুকোব দিলে।

শিলনিময় ৰাস্তাটোকে জট্‌কাখন কেৰকেৰাই আগবাঢ়িবলৈ ধৰিলে।

খন্তেকতে দাঁত নিকটাই এক অশ্লীল ভঙ্গীত ভৰি দুটা বেঁকা কৰি কালমুৰাই চিঞৰি চিঞৰি ক'লে, "আৰে যা যা, বৰ একেবাৰে চহিচ ওলাইছে।"

তাই আৰু কিবা এলোপা বলকিব ধৰিলে! পিছে আটাইবোৰ কথা চায়াপ্পাৰ কাণত নোসোমাল। সি পাৰেমানে ঘোঁৰা টোকে চেকুৰাবলৈ ধৰিলে। হেই হেইট্ হেইট্।

বজাৰত ঠিক তিৰ জমি উঠা নাছিল। দাৰাংগেৰেৰ পৰা অহা বজাৰ বাছুকেইখনো অলপ আগতেহে আহি পাইছিল। খুচুৰা বেপাৰীবোৰেহে বস্তা ইত্যাদি টনাটনি কৰি অলপ হুলস্থুল কৰাৰ চেষ্টা কৰিছিল। চায়াপ্পাই অৱশ্যে বেছি দেৰি ব'ব লগা নহ'ল। আগতেই ঠিক কৰি ৰখা পাইকাৰী বেপাৰীকেইটাই শাক-পাচলিবোৰ টপাটপকৈ নমাই জট্‌কাখন খালি কৰি দিলে। টকা-পইছাবোৰ চমজি লৈ সি গছজোপাৰ চাঁলৈ আহিল।

জট্‌কাখনৰ তলত ওলোমাই ৰখা দানাৰে ভৰা পাত্ৰটো ঘোঁৰাটোৰ ভিঙিত আঁৰি দি সি গছজোপাৰ শিপা এডালতে বহি পৰিল।

প্ৰতি সোমবাৰে চিত্ৰদুৰ্গত বজাৰ বহে। সেইদিনাই কপাহৰ কলবোৰৰ সাপ্তাহিক দৰমহাও হয়। কপাহ কলত কাম কৰা চহৰ আৰু ন-অতি-দূৰৰ গাঁৱৰ হেজাৰ বাৰশ তিৰোতাই বজাৰখন ঢাকি ধৰেহি। আৰু আহে চৌদিশৰ গাঁৱৰ বাইজ। মাদেহালী, কাৰ্ণীগানহালী, নাবালকাট্টি—আৰু ক'ত গাঁৱৰ মানুহ ' তদুপৰি আহে ইংগালধালু তামৰ খনিৰ বনুৱাসকল।

বজাৰৰ দিনটো চায়াপ্পাৰ একেবাৰে নিজৰ দিন।

নিচেই পুৱাতে সি ঘোঁৰাটো জট্‌কাখনত যুটী কৃষ্ণস্বামীৰ পাচলিৰ বাৰীখনলৈ যায়। মালীকেইটাই আগদিনাই ছিঙি-ভাঙি থোৱা শাক-পাতবোৰ বোজাই কৰি সি বজাৰলৈ বুলি ওলাই আহে। আহোঁতে কেবল পদূলিমুখৰ পৰা মাকক হিং মাৰি সোধে, "আম্মা ' অ' আম্মা, কি লাগিব ক। নে তই আজি সোমবাৰ বুলি ক'বই নোৱাৰ।"

চায়াপ্পাৰ মাক তেনেই এহতীয়া। ভিতৰখন তেওঁ অকলেই চম্ভালিব লাগে। তাৰ খৰখেদা দেখিলে তেওঁৰ খং উঠে। কয়, "মোৰ কি আন কাম নাই যে তোৰ বাবে পদূলিমুখত বৈ থাকিমহি। বিয়া কৰ, বোৱাৰীয়েৰে কৰ্দ্দি বনাই দিব।"

"আমে থ'থ তোৰ বকবকনি।" গেজেৰি মাৰি চায়াপ্পাই কয়, মোৰ সময় নাই। কি কি লাগিব ক।"

"কি আৰু লাগিব। আকৃকি, পখি, আলুগেদে।"

"আচ্ছা আচ্ছা বন্ধ কৰ, চাউল দাইল আদু কোনে নাজানে? মই সুধিছো আৰু কি লাগিব ক।"

"হাতত জানো টকা আছে। নহ'লে কৰাবি কেইটামানকে হাটলৈ লৈ যা, দামো বাঢ়িছে হেনো।"

"থ থ তোৰ নাৰিকলসোপা। মোৰ হাতত কি টকা নাই! নিও তোৰ সেই-সোপা, তেহে মানুহক কৰ পাৰিবি—কৰাবি বেচি খব চলোৱা বুলি।"

চিঞৰি গৈলে বুলি ধোবা চেকুৰাই দিয়ে চায়াপ্পাই।

আমুমাই বিং মাৰি কয়, "সেই হেৰৌ মাগা (বোপাই), শুনচোন, শুনি যা।"

লেকামতাল জোবেৰে টানি ধৰে চায়াপ্পাই। কিনো হয় জানো এই বুঢ়ীজনীৰ' দিলে নহয় পিছুকালৰ পৰা মাতি।

আমুমাই কয়, "মাগা, ঘূৰি আহোতে তোৰ ভাবী মাভাৰ ঘৰত সোমাই আহিবি। মই মতা বুলি কৰিছোন।"

ভাবী শহুৰৰ ঘৰত। চায়াপ্পাই লাজতে ধোৰাটোক দৰিয়াই দিয়ে, হেই হট, হট।

আচলতে মাকে তাক গৈকীয়াই নিদিলেও বজাৰৰ পৰা ঘূৰি আহোঁতে কিবা এটা অছিলা উলিয়াই সি তাৰ ভাবী মাভাৰ ঘৰত সোমাই আহে। সেই সময়ত বুঢ়া-বুঢ়ী সাধাৰণতে ঘৰত নাথাকে। দুয়ো বজাৰলৈ যায়, বাটকুৰি বাই ঘূৰি আহোতে সময়ো ভালোখিনি লাগে। ঘৰত থাকে কেৱল বম্মুমা। কেতিয়াবা বজাৰতে লগ ধৰি তাইকো সি লগতে লৈ আহে।

আছুতীয়াকৈ অনা টোপোলাটো তাইৰ হাতত গুঁজি দি সি কয়, "বম্ম, তোৰ আয়াক মোৰ আমুমাই মাতি পঠাইছে।"

"মাতিছে? কিয়?"

"বুঢ়া-বুঢ়ীৰ কথা, মই কি জানো?"

"তুমি নাজানা?"

বম্মুমাই খিলখিলকৈ হাঁহে।

"সঁচাকৈয়ে তুমি একো নাজানা" তাই কয়, "তোমাৰ ঠিক কাণৰ কাষতে এজাল চুলি বগা হৈছে। একেবাৰে চকুৰে মনিব পৰা হৈ আছে।"

"ধেৎ, মিছা।"

"চাওঁ. কাৰলৈ আহা।"

বস্তমমাই উভতালি দিয়া চুলিভাললৈ সি অবিশ্বাস আৰু বিস্ময়ভৰা চাৱনিৰে চায়। —জানো কেতিয়া এই বুঢ়া-বুঢ়ীবোৰৰ কথা ছিগিব,—সি মনে মনে ভাবে।

আজিকালি বয়সৰ লগত সন্তৰ পকা চুলিৰ কোনো ঘনিষ্ঠ সম্পৰ্ক নাই। চায়াপ্পাৰ কাণৰ কাষেতো মাজে মাজে দুই চাৰিডাল চুলি বগা হৈ পৰে। সি খেদ কৰি বস্তমমাক কয়, "তই মোক পাবি। পিছে চুলিকোছা নাপাব। এই বুঢ়া-বুঢ়ীবোৰৰ কথা ছিগে মানে মোৰ দুৱটো কৃষ্ণস্বামীৰ ঘৰটোৰ দৰে হৈ পৰিবগৈ।"

কৃষ্ণস্বামী গাঁৱৰ ভিতৰত আটাইতকৈ চহকী মানুহ। সিহঁতৰ ঘৰৰ আটাইবোৰ ঘৰেই গ্ৰেনাইট শিলৰ টুকুৰা আৰু বালি বা বোকা-মাটিৰে বনোৱা। পিছে কৃষ্ণস্বামীৰ ঘৰটোৱেই গাঁৱৰ একমাত্ৰ চূণ দিয়া ঘৰ।

চায়াপ্পাহঁত গাঁৱৰ সৰহভাগ মানুহৰ শাৰীতে পৰে। মাটি-বাৰী বুলিবলৈ কেৱল ঘৰৰ ভেটিটো আৰু দহজোপামান নাৰিকলৰ এখন বাৰী। সিহঁতৰ এই টোকোনা অৱস্থাটোৰ বাবেই তাৰ আম্মা আৰু তাইৰ আপ্পাৰ মাজৰ হিচাপ-নিকাচৰ মেলখন দিনেও নিছিগা হৈ পৰিছে।

হওঁতে বস্তমমাহঁতৰ অৱস্থাও লেখত লবপৰা বিধৰ নহয়। এক হেক্টৰমান জোখৰ এখন নাৰিকলৰ বাৰী, আধা হেক্টৰ তামোলনি। এইখিনি বাদ দিলে খেতিৰ মাটি বুলিবলৈ এচহাও নাই। বুঢ়াটোৰ হাত-ভৰিবোৰ অচল। বস্তমমাৰ আম্মাই কাম কৰে পুন্নুস্বামীৰ কপাহৰ মিলত। পুৱাতে ওলাই যায়। আবেলি ঘূৰি আহে দুৱত কপাহৰ দুগুলা লৈ। আৰু বস্তমমা ? তাই কাম কৰে ৰংগাপ্পা মুথ্থীৰ ফুলৰ বাগানত। দুয়োজনীৰ উপাৰ্জন আৰু বাৰীৰ নাৰিকল কেইটাৰ পৰা হোৱা আয়েৰে চলি যায় ঘৰখন।

ল'ৰা হিচাপে চায়াপ্পা অৱশ্যে পৰিমৰা বিধৰ নহয়। কিন্তু বস্তমমাৰ আপ্পাই ভাবে, চায়াপ্পাতকৈও ভাল আলিয়া (জোঁৱাই) তেওঁ পাব। কাৰণ বস্তমমা যে তেনেই লখিমী ছোৱালী। ৰূপে-গুণে তাইৰ তুলনাৰ ছোৱালী কাক্কাহালী কিয়, গোটেই চিত্ৰদুৰ্গতে বা কেইজনী আছে ?

বস্তমমাৰ পিছে ৰূপৰ অহংকাৰ নাই। অহংকাৰ তাইৰ আপ্পাৰো নাছিল। আছিল কেৱল আশা, গৰীবৰ আশা। আৰু তাইৰ পিতৃৰ এই আশাৰ বাবেই দিনবোৰ এটা এটাকৈ পাৰ হৈ যাবলৈ ধৰিলে।

ফলহীন গছজোপা কিন্তু কাটি নেপেলালে। সি ভাবিলে, এদিন নহ'লেও এদিন এইজোপা গছত ফল লাগিব। ফল দিয়াই গছৰ ধৰ্ম।

পিছে তাৰ আশাৰ সৌত এদিন স্থবিৰ হৈ গ'ল।

কৃষ্ণস্বামী তাৰ মালিক।

তেওঁৰ অনুগ্ৰহতে বৰ্তি আছে সিহঁতৰ সৰু পৰিয়ালটো।

কৃষ্ণস্বামীৰ আছে কেইবাখনো জুটকা। তাৰে এখন চলায় চায়াপ্পাই। এই জুটকাৰ চকাৰ ঘূৰণৰ তালে তালেই তাৰ দুজনীয়া সংসাৰখনৰো চকা ঘূৰে।

বস্বমুম্মাইতক শত্ৰু বুলি ভাবিবলৈ তাৰ মন নগ'ল। কিন্তু এদিন আইনাত কাগৰ কাষৰ পকা চুলিবোৰ দেখি তাৰ মনটো বেয়া হৈ গ'ল। বস্বমুম্মাৰ আপ্‌পাৰ ওপৰত তাৰ খং উঠি গ'ল। আৰু এই খঙৰ বাবেই সি লাহে লাহে ভাবিবলৈ ধৰিলে, কৃষ্ণস্বামী অৰ্থাৎ তাৰ মালিকৰ শত্ৰু তাৰো শত্ৰু। ৰংগাপ্পা মুৰ্থীতাৰ শত্ৰু, ৰংগাপ্পা মুৰ্থীৰ অনুগ্ৰহ প্ৰাপ্ত আটাইবোৰ পৰিয়ালৰ দৰে বস্বমুম্মাইতৰ পৰিয়ালটোও শত্ৰু।

"হেই চায়াপ্পা।"

চায়াপ্পা উচাপ খাই উঠিল।

বস্নাৰখন ইতিমধ্যে জমি উঠিছে।

দূৰ গাঁৱৰ জুটকা, গৰুগাড়ী, চাইকেল ইত্যাদিয়ে তাৰ জাট্‌কাখন ইতিমধ্যে বেৰি ধৰিছেহি। অন্য এটা ঘোঁৰাই আহি তাৰ ঘোৰাটোৰ ভিৰ্ডিত ওলমি থকা পাত্ৰটোৰ দানাৰ ভাগ বিচাৰিছেহি। পাত্ৰটোত মূৰটো সোমাই থকা বাবে তাৰ ঘোৰাটোৱে ইটোক লঠিয়াবলৈ নাপায় গোঁ-গোৱাই উঠিছে।

"হেই চায়াপ্পা!"

তাক মতা মানুহটোৰ মুখলৈ সি চালে।

মানুহটো আন কোনো নহয় সিহঁতৰ গাঁৱৰে বমাপ্পা। বমাপ্পা বেপাৰী মানুহ।

"এটা ভাৰা মাৰিবিনেকি চায় ?" বমাপ্পাই সুধিলে।

"কিহৰ ভাৰা ?"

"মিলত মোৰ অলপ আৰুকি আছে। বজাৰলৈ আনি দিব লাগে। পাৰিবি ?"

"কিমান দিবি ?"

"হাদিনাইডু।"

"পোন্ধৰ টকা। নাই নহ'ব" চায়াপ্পাই কলে।

"তোক কিমান লাগিব ?" বমাপ্পাই সুধিলে।

"ইস্পাটু।"

"বিশ টকা! অলপ সময় নিতাল মাৰি বৈ বমাপ্পাই কলে, আচ্ছা আচ্ছা ব'ল। ইস্পাটু-অলপ বেছি হয়। তথাপি গাঁৱৰ টকা গাঁৱলৈকে যাব।"

খোবাটোৰ ভিতৰৰ পৰা দানাৰ পাত্ৰটো আঁতৰাই চাম্নাপ্পাই ৰ মায়াক গৌৰবাই দিলে, ৰমান্না চাবি কিন্তু, কথাটো যাতে স্বামীৰ কাণত নপৰেগৈ। হেই হুট হুট।"

ভিৰৰ মাজেদি বাট উলিয়াই অটুকাখন চাম্নাপ্পাই আগুৱাই নিবলৈ ধৰিলে। হেই হুট হুট—

## দুই

কৃষ্ণস্বামী আৰু ৰংগাপ্পা মুৰ্থী—যেন দুখন হাবিৰ দুটা সিংহ।

দুখন বেলেগ বেলেগ হাবিত থাকিলে দুটা সিংহৰ যুদ্ধ লগাৰ অৱকাশ নাথাকে। তেওঁলোকে আছিল নলে গলে লগা বন্ধু। কিন্তু এই বন্ধুত্বত এদিন বৰ বেয়াকৈ কেৰোণ লাগিল। আৰু কেৰোণ লাগিল এটা সাধাৰণ বস্তুৰ বাবে। অৱশ্যে এই সাধাৰণ বস্তুটো ৰংগাপ্পাৰ বাবে বৰ বেছি মূল্যবান হৈ উঠিছিল।

কাঞ্চীপুৰাহালীত ৰংগাপ্পাৰ এ পৃথিবী যোৰা খেতিৰ মাটি। পিছে তাৰে বেছি ভাগ শিলনিময়। বাকীখিনি খেতিৰ মাটি হিচাপে বৰ বেয়া নহয় যদিও পানীৰ বৰকৈ অভাৱ।

এই মাটিখিনিৰ সীমাতে কৃষ্ণস্বামীৰ কেই হেক্টৰমান ছন পৰি থকা মাটি আছিল। প্ৰয়োজনৰ বাবে এই দুটুকুৰা মাটিৰ মূল্য আছিল তেনেই কম। পিছে এবাৰ ৰংগাপ্পা মুৰ্থীয়ে কৃষ্ণস্বামীক আহি ক'লেহি, "বন্ধু, মোৰ সীমাত থকা তোমাৰ মাটিখিনিৰ সামান্য অংশ এটা মোক দিয়া।"

"সামান্য কিয় ?" কৃষ্ণস্বামীয়ে ৰহস্য কৰি কলে, "তোমাক যিমান লাগে সিমানকে লোৱা। মোৰ বাবে সেইখিনি মাটিৰ মূল্য নিচেই কম।" কৃষ্ণস্বামী একে আষাৰেই মান্তি হৈ গ'ল। পিছে কিবা এটা খোকোজা লগাত তেওঁ সুধিলে, "কিন্তু বান্ধ, সেইকণ মাটিৰে তুমি কৰিবা কি ?"

ৰংগাপ্পাই পোনপটীয়াকৈ উত্তৰ দিলে, "মই এটা নাদ খন্দাম।"

"নাদ খন্দাবা ?" ঢেকঢেকাই হাঁহি দিলে কৃষ্ণস্বামীয়ে, "তুমি বান্ধ পাগল হোৱা নাইতো ?" হাঁহি হাঁহিয়েই কৃষ্ণস্বামীয়ে কলে, "সেই গোটেইটো অঞ্চলতে মই কিমানটা নাদ খন্দালো তুমি নাজানানে ? পানীৰ অভাৱতে মাটি টুকুৰা অৰ্থহীন হৈ পৰি আছে। তুমি আৰু তাত ক'ত নাদ খন্দাবা। মিছাতে টকাবোৰ কিয় নষ্ট কৰা ?"

"ময়ো এবাৰ চেষ্টা কৰি চাওঁ, "ৰংগাপ্পা মুৰ্থীয়ে কলে, "তুমি কেৱল তোমাৰ মাটিখিনিৰ পশ্চিমৰ সীমাত আধা হেক্টৰ মাটি মোক দিয়া।"

"আধা হেকুটৰ কিয়, এক হেকুটৰকে লোৱা।" কৃষ্ণস্বামীয়ে মুখৰ কথাকেই বংগাপ্পাক মাটিৰ স্বত্ব দি দিলে।

সেই বছৰ পাৰ হৈ গ'ল।

পিছৰ বছৰ মাঘৰ সংক্ৰান্তিৰ দিনাই বংগাপ্পাই নাদ খান্দিবলৈ মানুহ লগাই দিলে।

দুদিনমান খন্দাৰ পিছতে বহুৱাবোৰৰ মন বেঙাবলৈ ধৰিলে। এক মিটাৰমান তলৰ পৰাই অথালি-পথালিকৈ শিলে টান টান শিল। সিহঁতেও বংগাপ্পাক বুজনি দিলে, "স্বামী, টকাবোৰ এনেয়ে খৰচ কৰি কি লাভ? পানী পাওকেই বা নাপাওকেই আমাকতো দিনৰ হাজিৰা দিনে দিবই লাগিব।"

"তোমালোকক কি টকাৰ মাক মৰিছে।" বংগাপ্পাই বহুৱাবোৰক ভেঙুচালি কৰিলে, তহঁত কাম কৰা মানুহ, কাম কৰি যা। তহঁতক লাগে টকা, মোক লাগে পানী। গোসাঁই সন্তুষ্ট হলে মই ইয়াতে পানী পাম।"

'গোসাঁই'ৰ ওপৰত বংগাপ্পা মুৰ্থী'ৰ নিজৰে ভৰসা নাই। ভৰসা আছিল কেৱল শিলৰ মাজত থকা কাটচিনি পোৱা এজন 'জ্যোতিষী'ৰ ওপৰতহে। সঁচাকৈয়ে প্ৰায় দহ মিটাৰ শিল খন্দাৰ পিছতে কেনিবাদি সৰকি অহা অন্তৰ্ভেদী নিজৰাৰ পানীয়ে নাদটো ওপচাই পেলালেহি।

কাঞ্চীপুৰাহালীত বংগাপ্পা মুৰ্থীয়ে নাদ খান্দি পোৱাৰ খুটতে পানী পোৱা খবৰটো পলকতে বাঘ্ৰ হৈ পৰিল। কাঞ্চীপুৰাহালীত পোৱাৰ ফুট পানীৰ নাদ যেন হচ্‌পেটত তুংগভদ্ৰা নদীৰ বান্ধটোৰ সমানেই গুৰুত্বপূৰ্ণ। তুংগভদ্ৰাত খৰালি পানী শুকাই তলি ওলাব; পিছে মানুহে কোৱা-মেলা কৰিবলৈ ধৰিলে যে বংগাপ্পা মুৰ্থীৰ নাদটোৰ পৰা সিমানেই পানী তোলা নহওক কিয়, এঘণ্টাৰ ভিতৰতে পুনৰ ফিট্‌ফিটীয়া হৈ পৰে।

বংগাপ্পাই মাটিৰ গিৰিহঁত কৃষ্ণস্বামীক খবৰ দিয়া নাছিল। কিন্তু মানুহৰ মুখে গম পাই কৃষ্ণস্বামী নিজেই আহিল আৰু নিজৰ মাটিতে বংগাপ্পা মুৰ্থীয়ে খন্দা নাদটো দেখি সৰগ পৰা মানুহৰ দৰে থৰ হৈ ৰ'ল।

আৰু এই নাদটোকেই কেন্দ্ৰ কৰি কৃষ্ণস্বামী আৰু বংগাপ্পা মুৰ্থীৰ মাজৰ আন্তৰিক সম্পৰ্কত চিৰাল ফাট মেলিবলৈ ধৰিলে। এই সম্পৰ্ক এনে এটা অৱস্থালৈ আহিল যে অৱশেষত কৃষ্ণস্বামীয়ে নাদটো বংগাপ্পা মুৰ্থীৰে সম্পত্তি বুলি এৰি দিলে।

নাদটোক কেন্দ্ৰ কৰি বংগাপ্পাৰ ছন পাৰি থকা মাটিবোৰ শস্যৰে সেউজীয়া হৈ উঠিল। ফুলৰ বাগিচাৰ প্ৰতি বংগাপ্পাৰ আছিল বৰ লোভ। তদুপৰি এই অঞ্চলত

মল্লিগে ( মল্লিকা ) আৰু গোলাৰীৰ ( গোলাপ ) চাহিদা খুব বেছি। তিৰোভা-ন্নিলাকে মালা গুঁঠি খোপাত গুঁজা আটাইবোৰ ফুলৰে বহুত বেছি দাম। কাকাহালীৰ উৎকৃষ্টতম মাটি টুকুৰাতে বংগাপ্পাই এখন আটক ধুনীয়া ফুলৰ বাগিচা পাতিলে।

ইফালে তেওঁলোক দুয়োৰে মাতে ওঁঠে নলগা সম্পৰ্কই বৰ গুৰুত্বৰ ৰূপ ধাৰণ কৰিলে। বংগাপ্পা সেইবাৰ বিধান সভাৰ নিৰ্বাচনত উঠিল। কৃষ্ণস্বামীয়েও মনোনয়ন পত্ৰ দাখিল কৰিলে। ফলত তৃতীয় ব্যক্তিজন জয়ী হ'ল। কৃষ্ণস্বামীয়ে গাঁৱৰ ৰাস্তাটো চৰকাৰৰ খৰচত থাটি দুটি পোনাই পক্কৰাই ঠিক কৰিবলৈ সকলো ঠিক ঠাক কৰিলে। বংগাপ্পাই একে আৰাবে কলে, "মই ৰাস্তাৰ যুৰৰ মাটিখিনি এৰি নিদিলে কৃষ্ণস্বামীৰ কি সাধ্য আছে।" ৰাস্তা বনোৱা নহ'ল। কেৱল তেওঁলোকৰ মাজৰ শত্ৰুতা আৰু বেছি বৃদ্ধি পালে।

এই শত্ৰুতা ক্ৰমাৎ দৈনন্দিন জীৱনৰ খুট থাটু বিষয়বোৰৰ মাজতো সোমাই পৰিল। চান্নাপ্পা কেৱল এটা সাধাৰণ চহিচ। পিছে সি কৃষ্ণস্বামীৰ আসৈ পোৱা মানুহ। কৃষ্ণস্বামীৰ এটা বিশেষ দুৰ্বলতা আছে, যিটো চহিচ চান্নাপ্পাক বাদ দি বহুত কম বনকৰা মানুহেহে জানে। এই ক্ষেত্ৰত চান্নাপ্পা বিশ্বাসী আৰু সেই সূত্ৰতে কৃষ্ণস্বামীৰ অলপ ওচৰ চাপিব পৰা বিধৰ।

চান্নাপ্পাই এবাৰ মালিকক কলে, "স্বামী আপুনি কেৱল আজ্ঞা কৰক। মুখীয়ে কেনেকৈ আপোনাৰ নাদৰ পৰা পানী নিয়ে আমিও চাই লওঁ।"

কৃষ্ণস্বামীয়ে জানে, বংগাপ্পা এই বিষয়ত 'সম্মান' থকা মানুহ। তেওঁ পুলিচৰ সহায় ন'লয়। অনুগ্ৰহপ্ৰাপ্ত ভিকহুমথাকে তেওঁ কামত লগাব। এইটো কথা জানিয়েই চান্নাপ্পায়ো তেওঁৰ পৰা আদেশ বিচাৰিছে। তেওঁ তাৰ পিঠিত থপৰিয়াই দিলে, "আচ্ছা, আচ্ছা, হ'বদে।"

"আপুনি স্বামী সেই ফুলৰ বাগিচাখন দেখিছেনে?" চান্নাপ্পাই গিৰিহঁতৰ মুখলৈ চালে।

কৃষ্ণস্বামীয়ে কলে, "এৰা! দেখিছো। সেইখন তেনেই সৰগৰ পাৰিজাত ফুলৰ বাগিচা। পিছে তোৰ চকু ক'ত? বাগিচাত নে আন কিহবাত?"

লাজ পাই চান্নাপ্পা মনে মনে থাকিল।

বাগিচাখনৰ ওপৰত চহি চান্নাপ্পাৰ চকু আছে। কাৰণ সেইখন বাগিচাতে ৰত্নম্মাই মালিনীৰ কাম কৰে। বংগাপ্পাই বাগিচাতে এটা ঘৰো সাজি দিছে। কেতিয়াবা নিশাও হেনো ৰত্নম্মাই ফুলবোৰ ৰখি তাতে থাকে।

ছিঃ!

চাম্নাম্নাৰ গাটো শিৰ শিৰাই উঠিল।

চাউলৰ বস্তাবোৰ জটকাখনত বোজাই কৰি চাম্নাম্নাই ঘোঁৰাটোক হৈঁচুকিৰ ধৰিলে। হেই হেইট্—হেইট্—

## তিনি

সোমবাৰৰ চিত্ৰদুৰ্গ যেন বজাৰ বাৰৰ গোদাৰভিল।

সাঁজ লগাৰ আগে আগে বজাৰৰ মানুহবোৰে নিজৰ নিজৰ ভাগে পিয়াপি দিবলৈ ধৰে। গাঁৱৰ পৰা অহা মানুহবোৰৰ এটা বুজন অংশই মদৰ মহলটোৰ আগত ভিৰ জমাই তুলেছি। অৱশ্যে এই ভিৰত গাঁৱৰ বুঢ়া-বুঢ়ী আৰু 'মিগ মাটাইট কোৱাৰী'ত কাম কৰা বহুৱাৰ সংখ্যাই থাকে বেছি। মহলৰ মদৰ প্ৰতি অৱস্থাপন্ন খেতিয়ক সকলৰ লোভ কম। ভিৰ জমাই কেৱল দিন হাজিৰা কৰা বহুৱা আৰু খেত-মজুৰৰ দলে।*

বজাৰৰ দিনা গাঁৱৰ কিছুমান বুঢ়া-বুঢ়ীয়ে ল'বাইতৰ পৰা পা-পইছা লৈ কেৱল মদ খাবৰ বাবেই চিত্ৰদুৰ্গলৈ আহে। তেওঁলোক পুৱাতে আহে আৰু একোবটল মদ লৈ বাস্তাৰ দাঁতিত বা গছৰ দাঁত বহি যায়। তেওঁলোকৰ শৈশৱৰ বন্ধু-বান্ধবিলাকেও অলপ পিছতে আহি যোগ দিয়েছি আৰু পুৰণি দিনৰ কথাবোৰ পাগুলি কেতিয়াবা খুকখুককৈ হাঁহে অথবা নীৰৱে চকুলো টোকে। নিচা যিমানে বাঢ়ে, সিমানে এই হাঁহি কান্দোনৰ নদীত দোকাল-টঁকা বানৰ সৃষ্টি হয়।

আন্ধাৰ হোৱাৰ অলপ পিছতহে এই মদ খাই ভালপোৱা বুঢ়া-বুঢ়ীবোৰে টলং ভটংকৈ খেনোৱে গান গায় অথবা খেনোৱে খেনোৰ চৈধ্য গোষ্ঠীৰ গুৰি উভালি উভালি ঘৰলৈ বুলি ওভতি আহে।

মদ খোৱাৰ বাবে অন্ততঃ এই বুঢ়া-বুঢ়ীবোৰক কোনেও গালি-শপনি নাপাৰে। চাম্নাম্নাৰ দৰেই তেওঁলোকেও যেন এটা সম্পূৰ্ণ স্বাধীন দিন উপভোগ কৰে।

মহলত সোমাই চাম্নাম্নায়ো এটা বটল জটকাখনৰ কোনোবা এটা ফাঁকত গুঁজি ললে আৰু ঘোঁৰাটোক গাঁৱৰ অভিমুখে খেদিবলৈ ধৰিলে। হেই ব'ল ব'ল। বেগ ল বেগ।

পিছে অলপ দূৰ আগবঢ়াৰ পিছতে বাস্তাৰ দাঁতিৰ পৰা ভাহি এজন বুঢ়া মানুহৰ মাত সি শুনিবলৈ পালে।

"সেইটো মাগা চাম্নাম্না সহয়নে অ' ?"

বুঢ়াজন আন কোনো নহয়—বহ্নমূমাৰ দেউতাক। লগতে বুঢ়ী, মানে বহ্নমূমাৰ মাক।

জটকাখন ৰখাই চাম্নাপ্পাই বুঢ়া-বুঢ়ীলৈ চালে আৰু গম্ভীৰভাৱে সুধিলে, "আপ্পা আম্মা বজাৰলৈ আহিছিলা হবপায় ?"

বুঢ়াই হেঁটুৰ গুৰিলৈকে পি আহিছিল আৰু নিচাৰ কোবত বুঢ়া বতাহে কঁপোৱা কাকিনী তাঁমোলৰ দৰে হালি-জালি উঠিছিল। তেওঁ একেথৰে তাৰ মুখলৈ চাবলৈ ধৰিলে। মুখৰে হলে একো নক'লে।

বুঢ়ীৰ নিচা লাগিছিল কম। আৰু সেইবাবেই মূৰৰ ওপৰৰ পাচিটো এবাৰো নেপেলোৱাকৈ ভাৰ বৈ আনিব পাৰিছিল। পিছে বুঢ়ীৰ অৱস্থাটো দেখি তাৰ বেছ বেয়া লাগিল। বৰ বৰ মানুহকেইটাৰ মাজত কাজিয়া নলগাহ'লে কিজানি ইমান দিনে সি এইহাল বুঢ়া বুঢ়ীৰ জোঁৱায়েই হ'লহেঁতেন!

সি বুঢ়ীৰ মূৰৰ পাচিটো জটকাখনত তুলি ল'লে। জটকাখন আছিল খালি, গতিকে সি বুঢ়া-বুঢ়ীকো তাতে উঠিবলৈ ক'লে।

বুঢ়া জাঙুৰ খাই উঠিল।

"মোৰ কি ভৰি নাই ? বৰ একেবাৰে মৰম চেলাবলৈ আহিছে চহিচ বেটাই। যা যা মাগা। মই মোৰ ভৰিৰ ওপৰত উঠিয়েই ঘৰ ওলামগৈ। পিছে পাৰ যদি তোৰ আট্টেয়েৰকে তুলি লৈ যা।" বুঢ়াই কলে।

নিচাৰ আশীৰ্বাদত বুঢ়াৰ মাতবোৰ কেতিয়াবা ডাঙৰকৈ আৰু কেতিয়াবা নিচেই সৰুকৈ ওলাইছিল। চাম্নাপ্পাই অনুৰোধ কৰিলে, কিন্তু বুঢ়াই নিচা যে ধৰা নাই তাৰে প্ৰমাণ দিবলৈ বুলি দাংকোপ মাৰি কলে, "যা যা মাগা! মই চেৰাপ খাই হুবুলী চহৰৰ পৰা ঘৰলৈকে খোজ কাঢ়ি আহিছো, ক'তো এবাৰো লুটি খাই পৰা নাই। এতিয়ানো তই কিহৰ চহিচ দেখুৱাবলৈ আহিছ, যা যা।"

অগত্যা বুঢ়ীকে তুলি লৈ চাম্নাপ্পাই জটকাখন লাহে লাহে চলাই নিবলৈ ধৰিলে। চাম্নাপ্পাই হেই হেইকৈ ঘোঁৰাটো খেদে আৰু মাজে মাজে বুঢ়ালৈ ভুমুকিয়াই চায়। সুবাৰ নিচাত গোটেইছোৱা পথ বুঢ়ীয়ে আবোল-তাবোল কিবা এসোপা বকি আহিবলৈ ধৰিলে। এবাৰ হঠাতে বুঢ়ীয়ে চাম্নাপ্পাৰ হাত এখন খামুচি ধৰিলে।

"কি হ'ল আম্মা ?" চাম্নাপ্পাই সুধিলে।

"আলিয়া !" বুঢ়ীয়ে তাৰ হাতখন আৰু জোৰেৰে খামুচি ধৰিলে।

সি বুঢ়ীৰ মুখলৈ চালে।

"তই আৰু আমাক কিমান কষ্ট দিবি ?" বুঢ়ীয়ে কলে, "আমি হালেই বুঢ়া হৈ পৰিলো। তাইৰো বয়স বাঢ়িল, বিয়াখন পাৰিলে পাত।"

সি বুঢ়াৰ হাতখনৰ ওপৰতে নিজৰ অন্যখন হাত থলে। সুধিলে, "বুঢ়াই জানো সম্মতি দিব ?"

"কিয় নিদিব ?" বুঢ়ায়ে খেট্‌ খেটাই হাঁহি কলে, "তইতৰ বয়সত আমি আমাৰ আম্মা—আপ্‌পা কাকো পাত্তা দিয়া নাছিলো। জানো তইত কেনেকুৱা ডেকা, কেনেকুৱা গাভৰু !"

জট্‌কাৰ চকাৰ কেৰকেৰণি আৰু ঘোঁৰাৰ খুৰাৰ তালে তালে বুঢ়ায়ে আপোনমনে কথাবোৰ লাগবান্ধ নোহোৱাকৈ বলকি যাবলৈ ধৰিলে।

পেটত 'বস্তু' পৰিলে বেছিভাগ মানুহেই উদাৰ হৈ পৰে। সেয়েহে সি বুঢ়ীৰ লেকুলেকনিৰ প্ৰতি অকণো কাণসাৰ নিদিলে। ইতিমধ্যে তাৰ মনো অন্য এফালে ঢাল খাইছে। এইখন পৃথিবীত কেৱল বস্তুম্মাহে একমাত্ৰ বিবাহ উপযুক্তা ছোৱালীনেকি আৰু তাঁইবো যিহে ডেমাকি! তাক আকৌ মাতে বৰ মানুহৰ ঘৰত বংকৰা ল'ৰা বুলি। থুঃ! হেই হেইট, যা যা সি পাৰে মানে ঘোঁৰাটোক কোৰ্বাবলৈ ধৰিলে।

"সেই হেবৌ মাগা, ৰাখ ৰাখ।" থেকেচনিত কোবত বুঢ়াৰ কঁকালৰ যোৰা লৰি উঠিল।

"আচ্ছা, আচ্ছা।"

লেকামডাল ঢিলাই দি ঘোঁৰাটোক নিজ ইচ্ছামতে ধাৰ কদমত আগবঢ়িবলৈ দিলে। বুঢ়ায়ে পুনৰ বকলা মেলিবলৈ আৰম্ভ কৰিলে।

বুজিছ চান্নাপ্পা, হুঠি হুঠি একেবাৰে অভ্যাস নাইকিয়া হৈ পৰিছে। জট্‌কাত উঠিলেই এতিয়া মোৰ কঁকাল বিষায়। আগতে কিমান উঠিছিলো! তোৰ মাৰক সুধিবিচোন।"

চান্নাপ্পাই একো নকলে। কেৱল বস্তুম্মাইতৰ পদূলিমূৰত জট্‌কাখন ৰখাই বুঢ়াক কলে, "আম্মা, নামা নামা। ঘৰ পালাহি।"

বস্তুম্মাই হংবপাই চকুৱা পোটা এটা লৈ চোতাল সাৰি আছিল, চান্নাপাৰ গাড়ীৰ পৰা মাকক নমা দেখি তাই টোপাকাঁড় অহাদি পদূলি মূৰলৈ চোচামাৰি আহিল আৰু সাতখন গাঁৱৰ মানুহে শুনাকৈ মাকক ডবিয়াবলৈ ধৰিলে, "এই আম্মা! তোৰ লাজ লগা নাই। কিয় উঠিছিল বৰ মানুহৰ জট্‌কাত। নিজৰ যিটো নাই সেইটোলৈ আশা কৰ কিয় ? নাম নাম। পাচিটো নমা। পইছা আছে যদি দি দে ভাৰাটো। কিমান দিবি ভাৰা ? দে এক টকাকে দি দে।"

চাম্নাপ্পাই 'জুই লাগতি'জনীৰ মুখলৈ নাচালে।

কেৱল চাবুকডালেৰে বেচেৰা নিৰ্দোষী ঘোঁৰাটোৰ পিঠিত সৰ্বোপৰি একোৰ বহুৱাই দিলে। হেই হেইট, হেইট,—

## চাৰি

বজাৰৰ পৰা চাম্নাপ্পা বাহিৰে বাহিৰে ঘৰলৈকে আহিল। স্বামীৰ ঘৰত জট্কাখন জমা দিয়াই নিয়ম, ঘোঁৰাটো অৱশ্যে মাজে মাজে সি নিজৰ লগতে ৰাখে। দানা পানা দিয়ে আৰু ঠাওৰ দিনত গাঁৱৰ মানুহ শুই উঠাৰ আগতেই নিয়ম সৰাবলে ঘোঁৰাটোক ঘেঁহু আৰু গমৰ পথাৰলৈ লৈ যায়।

আজি পিছে জট্কা আৰু ঘোঁৰাটো সি গিৰিহঁতৰ ঘৰত জমা নিদিয়াটোকে ঠিক কৰিলে। প্ৰথম কথা, কৃষ্ণস্বামীৰ খেতিৰ পথাৰলৈ পচন সাৰ নিবৰ বাবে সি পুৱাতে এইফালেই আহিব লাগিব। দ্বিতীয়তে, তাৰ লাগিছে ভাগৰ। তদুপৰি ঘৰ-বুঢ়াজনীৰ মুখৰ যিহে ভাষা! কথা নকৈ চকুৰ শোটাটোৰে ভুকোৰ গোধাই দিয়া হ'লেও কিজানি তাৰ সিমান বেয়া নালাগিলহেঁতেন! চাম্নাপ্পাৰ ডেকা মনটো ৰমৰমকৈ জ্বলিবলৈ ধৰিলে। মাক নথকাৰ সুযোগতে সি বটলটো লৈ বাহ যোৱাৰ কথা ভাবিলে।

পিছে তাৰ ইচ্ছা পূৰ নহ'ল।

চাইকেল চলাই গন্নাপ্পা বোধহয় চহৰৰ ফালেই ওলাই আহিছিল। চাম্নাপ্পাৰ চোতালতে জট্কাখন দেখি সি চাইকেলৰ পৰা নামিল।

"ওই আহিলিয়েই নেকি চাম্নাপ্পা?"

"নাহি আৰু কি কৰিবি? পিছে তই যাব কেনি, কিবা খবৰ আছেনেকি?"

"অন্য খবৰ নাই। কৃষ্ণস্বামীয়েহে তোক মাতি পঠাইছে। বজাৰৰ পৰা বাহিৰে বাহিৰে স্বামীৰ তালেকে যাবলৈ কৈছে।"

"মাতি পঠাইছে!"

চাম্নাপ্পাৰ মনটো বেঙাবলৈ ধৰিলে। বমাপ্পাটোৰে একো লগোৱাহি নাইতো?

ভাবি গুণি সি বেছি সময় নষ্ট নকৰিলে।

জট্কাখনত ঘোঁৰাটো যুঁটী সি কৃষ্ণস্বামীৰ তালৈ বুলি ওলাই আহিল।

আগফালৰ বাগিচাখনত বহি কৃষ্ণস্বামীয়ে কোনোবা এজন অভ্যাগতৰ লগত মেল মাৰি আছিল।

"মোক বোলে মাতিছিল স্বামী, হয়নেকি?"

"এৰা, এৰা। একালে যাব লাগিব।"

অলপ সময় বৈ চান্নাপ্পাই সুধিলে, "কিন্তু স্বামী, যাব লাগিব কলৈ? মই কিন্তু একো থাই অহা নাই।"

"আচ্ছা আচ্ছা যা। ভিতৰলৈ গৈ যিমান পাৰ খাই লগে। ঘূৰি আহোতে পলম হ'ব পাৰে।'

সি আঁতৰি যাব বিচাৰিছিল, পিছে কৃষ্ণস্বামীয়ে তাক পুনৰ কাষলৈ মাতি কলে, "ঘোৰা তোৰটোৱেই হ'ব। ঐ শুনিছনে নাই? গোবৰৰ গন্ধ থকা জটকাখন সলাই লবি।"

মূৰ জোঁকাৰি চান্নাপ্পা আস্তাবলৰ ফালে আগবাঢ়ি গ'ল।

তাৰো আধা ঘণ্টামানৰ পিছত অতিথিজনক বিদায় দি কৃষ্ণস্বামী আহি নতুন জটকাখনত উঠি বহিলহি।

চাবুকদাল হাতত লৈ চান্নাপ্পাও জাঁপ মাৰি ওপৰলৈ উঠি আহিল।

"তই কিবা খালিনে?" কৃষ্ণস্বামীয়ে সুধিলে।

"হয় স্বামী।"

"তেন্তে ব'ল। আৰু দেৰি নকৰিবি।'

"কিন্তু যাব কলৈ স্বামী?"

"কাঞ্চীপুৰাহালীলৈ।"

"কাঞ্চীপুৰা।" কাঞ্চীপুৰাহালীৰ নাম শুনি চান্নাপ্পাৰ গাটো যেন জ্বলি উঠিল। সি সুধিলে, "এডাল টোকোন লমনেকি স্বামী?'

"হাই, নালাগে ব'ল।"

"নালাগে?"

কৃষ্ণস্বামীয়ে ঘেট, ঘেটাই হাঁহিবলৈ ধৰিলে।

উচাপ খাই ঘোৰাটোৱেও জট কাখন টানিবলৈ ধৰিলে।

হেই, হেইট্ হেইট্। চাবুকডাল বতাহত ঘূৰাই ঘূৰাই চান্নাপ্পাই ঘোৰাটোক কাঞ্চীপুৰাহালীৰ ফালে আগুৱাই লৈ যাবলৈ ধৰিলে।

মাদেহালাত বজ্মমাইতৰ ঘৰ। সেইটো পথেৰে পাঁচ মিনিট মানৰ ৰাস্তা গৈ টকলা পাহাৰটো পাৰ হলেই কাঞ্চীপুৰাহালী। এইটো পথেৰে অহা যোৱা কৰিবলৈ চান্নাপ্পাৰ আজি কালি অকণো ভাল নালাগে।

আৰু এই স্বামীয়েই বা যায় ক'লৈ?

চান্নাপ্পাৰ শৰীৰটো যেন বিজ বিজাবলৈ ধৰিলে।

কাঞ্চীপুৰাহালী মানেই ৰংগাপ্পা মুৰ্থৰ খেতি আৰু ফুলৰ বাগিচা! নহ'লে আৰু কৃষ্ণস্বামী যাব ক'লৈ? কিন্তু ৰহস্যটো কি চাম্নাপ্পাই ভাবেহে একো উম-ঘাম উলিয়াব নোৱাৰিলে।

নিশা তেতিয়া বেছি হোৱা নাছিল।

ফুলনিথনৰ কাষত জট্‌কাখন ৰখোৱাৰ লগে লগে হেৰিকেন এটা লৈ ভিতৰৰ পৰা কোনোবা এজন বাহিৰলৈ ওলাই আহিল। চাম্নাপ্পাই দেখিলে, মানুহজন আন কোনো নহয়, স্বয়ং ৰংগাপ্পা মুৰ্থী।

"আহাঁ, আহাঁ বান্ধু!"

ৰংগাপ্পা মুৰ্থীয়ে মুক্ত হাতখন আগবঢ়াই দিলে। কৃষ্ণস্বামীয়েও হাতখন চেপা মাৰি ধৰিলে।

"তুমি কিন্তু বহুত দেৰি কৰিলো। ৰংগাপ্পাই কৃষ্ণস্বামীক ভিতৰলৈ আগবঢ়াই নিব ধৰিলে। তেওঁ ক'লে, "মই আৰু তুমি নাহিবাই বুলি ভাবিছিলো।"

"তুমি মাতি পঠিয়ালে মই নাহি থাকিব পাৰোনে!"

কৃষ্ণস্বামীৰ লগতে ৰংগাপ্পায়ো ঢেক্ ঢেকাই হাঁহিবলৈ ধৰিলে।

তেওঁলোকৰ মাজত যেন কোনো দিনেই শত্ৰুতা নাছিল। চহিচ চাম্নাপ্পাই পৃথিৱীৰ শ্ৰেষ্ঠতম বেঙাটোৰ দৰে বৰ মানুহৰ মুখ দুখনলৈ ভেলেঙা লাগি চাই থাকিবলৈ ধৰিলে।

দুয়ো পুৰণা বন্ধু বহুত দিনৰ মূৰত হাতত ধৰাধৰিকৈ একেটা কোঠাৰ ভিতৰলৈকে সোমাই গ'ল আৰু চহিচ চাম্নাপ্পাই জোনাকেৰে উপচি পৰা আকাশখনৰ তলত বহি দিনটোৰ ভাগৰ পলুৱাবলৈ ধৰিলে।

কোঠাটোৰ ভিতৰৰ পৰা বটল আৰু গিলাচৰ টুং টাং শব্দবোৰ ছেগা চোৰোকাকৈ ভাহি আহিবলৈ ধৰিলে। মাজতে এবাৰ কৃষ্ণস্বামীও বাহিৰলৈ ওলাই আহিল।

"হেৰৌ চাম্নাপ্পা শুলিনেকি?"

"নাই, শোৱা নাই স্বামী।"

"আচ্ছা, আচ্ছা। এই বাৰাণ্ডাখনতে কেই পাচিমান ফুল তুলি থোৱা আছে; ফুলবোৰ জট্‌কাখনতে ঢালি ল।" নিচাগ্ৰস্ত কৃষ্ণস্বামীয়ে লেব-লেবকৈ ক'লে, "কালিলৈ পুৱাতে ফুলবোৰ চহৰত পৌচাই দিবি। আৰু তই এতিয়া যা, মোৰ বহুত পলম হ'ব। শুনিছনে নাই?"

"ঠিক আছে স্বামী।"

বহাৰ পৰা উঠি চাম্পাপ্পাই ফুলবোৰ জটকাথনত বোজাই কৰিবলৈ ধৰিলে। মল্লিগেৰ উগ্ৰ সুবাসে তাক ডুবাই পেলালে।

আগতে বংগাপ্পা মুৰ্থি মাদেহালীৰ ঘৰখনতে আছিল। কিন্তু আজিকালি তেওঁ চহৰতে থকা কৰিছে। গাঁৱৰ ঘৰত থাকে কেৱল বুঢ়া মাক-বাপেক। লগুৱা দুটামান আছে, সিহঁতেই বুঢ়া-বুঢ়ীক চায়।

কাক্কীহালীৰ এই ঘৰটো কেৱল জিৰণি ঘৰ। খেতি পথাৰ চাবলৈ আহিলে বংগাপ্পা মুৰ্থিয়ে ইয়াতে বহে, খন্তেক জিৰণি লয়। কিন্তু বং-তামাচাৰ বাবেও আহে বুলি চাম্নাপ্পাই আজিহে গম পালে।

ফুলৰ সুবাসে গোটেইখন ডুবাই পেলাইছিল। গোন্ধবোৰ কিন্তু চান্নাপ্পাৰ ভাল লগা নাছিল। তাৰ গোটেই শৰীৰটো বিজ বিজাব ধৰিছিল। কিয় জানো তাৰ মনলৈ আহিছিল এইবোৰ যেন ফুলৰ গন্ধ নহয়, যেন কোনোবা মালিনীৰহে গাৰ গন্ধ।

ফুলবোৰ বোজাই কৰি সি খিৰিকিৰে জুমি চালে।

দুয়ো বন্ধু—কৃষ্ণস্বামী আৰু বংগাপ্পা মুৰ্থি বটল আৰু গিলাচ লৈ ব্যস্ত হৈ পৰিছে আৰু চিগাৰেটৰ ধোঁৱাৰে কোঠাটো ভৰি পৰিছে।

"মোৰ কিন্তু সঁচাকৈয়ে ভুল হৈছিল স্বামী।"

বংগাপ্পা মুৰ্থিৰ কণ্ঠ চান্নাপ্পাৰ কাণত পৰিলহি।

সি আৰু ওচৰ চাপি আহিল।

"আৰে পাহৰি যোৱা বান্ধ, পাহৰি যোৱা।" কৃষ্ণস্বামীয়ে বংগাপ্পা মুৰ্থিৰ বাউসিত হাত থৈ ক'লে, "তোমাৰ ঠাইত মই হোৱা হ'লে ময়ো তাকেই কৰিলোহেঁতেন।

"তথাপি মোৰ ভুল হৈছিল।".

"মোৰ খেতিৰ মাটিৰ জানো অভাৱ পৰিছে। কেৱল তুমি অলপ কায়দা কৰি কথাটো কোৱা হ'লেই হৈ গ'লহেঁতেন।" খন্তেক থৈ কৃষ্ণস্বামীয়ে পুনৰ কলে, "আৰু ময়ো জানো কামটো ভুল কৰিছিলো।"

"কি ভুল? তুমি কি ভুল কৰিলা?"

"সেই যে তোমাৰ বিপৰীতে ময়ো নিৰ্বাচনত উঠিছিলো। তুমি পাহৰিলানেকি?"

"নাই, পাহৰা নাই?"

"মই উঠি তোমাৰ ভোটবোৰ ভাগ নকৰা হ'লে সেই থাবলৈ নোপোৱা টেটেৰাটো কিবা জিকিব পাৰিলেহেঁতেননে?"

"ঠিক কথা।" বংগাপ্পা মুৰ্থিয়ে কলে।

"পিছে এতিয়া সকলো কথা পাহৰি যোৱা। চাওঁ তোমাক এইবাৰ কোনে হুকুৱাব পাৰে।"

কৃষ্ণস্বামীয়ে মদৰ জালত বংগাপ্পাৰ হাত এখনত টপৰ টপৰকৈ চুমা খাবলৈ ধৰিলে।

ইয়াৰ পিছত যিটো কথা তেওঁলোকে আলোচনা কৰিবলৈ ধৰিলে—সেইটো কথা শুনাৰ প্ৰস্তুতি চান্নাপ্পাৰ নাছিল। তথাপি সি জড়-ভৰতৰ দৰে একে ঠাইতে বৈ থাকিল।

"কিন্তু তোমাৰ বস্তু কি হ'ল বান্ধ?" কৃষ্ণস্বামীৰ কণ্ঠ।

"আহিব, আহিব।" মুৰ্থৈয়ে বলে।

"বুঢ়াটোও লগত আহিবনেকি?"

"আনদিনা আহে। কিন্তু বজাৰ বাব আজি বুঢ়া ক'ত আহিব! আহিলেও খাই-বৈ টং হৈ আহিব। তুমি বুঢ়াৰ বাবে চিন্তা কৰিব নালাগে।"

কিবা গুপুত কাৰণত বং পাই বংগাপ্পা মুৰ্থৈয়ে নিজেই ঢেক ঢেকাই হাঁহিবলৈ ধৰিলে।

"কিন্তু তোমাৰ চহিচটো?" হঠাতে যেন বিপদৰ গন্ধ পালে মুথ য়ে।

"তাৰ বাবে তুমি ভয় নকৰিবা।" কৃষ্ণস্বামীয়ে কুন্ধচ হাঁহি এটা মাৰি কলে, "সি মোৰ বহুতো বং-তামাচাৰ সাক্ষী। আৰু ইতিমধ্যে সি সন্তুৱ ঘৰেই পালেগৈ, মই তাক যাবলৈ কৈ আহিছিলো। কিন্তু তুমি ইতিমধ্যে

"নাহ নাই বান্ধ।" বংগাপ্পা মুৰ্থৈয়ে হাত ভৰি আছাৰিবলৈ ধৰিলে। তেওঁ কলে, "এই—এইটোৰ বাহিৰে মোৰ আৰু অন্য একো নিচা নাই।"

খিৰিকিখনৰ কাষৰ পৰা সন্তৰ্পণে আঁতৰি আহিল চান্নাপ্পা। তাৰ হাত ভৰিবোৰ মেলেৰিয়াই পোৱা মানুহৰ দৰে কঁপিবলৈ ধৰিলে। আৰু সেইদৰেই সি ভালেমান সময় কটায় দিলে।

খিৰিকিখনৰ সিফালৰ পৰা মদপী দুটাৰ লাগবান্ধ হেৰাই যোৱা অশ্লীল কথাবোৰ সমান তালত ভাহি আহিছিল।

জটকাখনৰ কাষলৈ চাপি অহাৰ লগে লগে মল্লিগেৰ উগ্ৰ গোন্ধটো পুনৰ তাৰ নাকত লাগিলহি। এনেতে কাৰোবাৰ খোজৰ শব্দ শুনি জপনাখনৰ ফালে চাই পঠালে চান্নাপ্পাই।

চান্নাপ্পাই দেখিলে জপনাখন খুলি এজনী ছোৱালী ফুলৰ বাগিচাখনৰ মাজেৰে আগবাঢ়ি আহিছে। জোনাকৰ পোহৰত সি তাইক আঁতৰৰ পৰাই চিনিব পাৰিলে। তাই বস্তুমা, লগত নিচাখোৰ বুঢ়াটো নাই, তাই আজি অকলেই আহিছে।

এজনী আপোনভোলা ভেবা পোৱালিহে যেন ভুপিয়াই ভুপিয়াই জোপ লৈ থকা বাঘৰ জোপোহাটোৰ ফালে আগুৱাই আহিছে।

"কোন ? কোন সেইটো ?" বস্তুম্মা যেন উচাপ খাই উঠিল।

"চুপ চুপ ?" তাইৰ মুখখনত হাতেৰে চেপা মাৰি ধৰিলে চায়াপ্পাই। সি ফুচফুচাই কলে, "কথা নকবি বস্থ, মই চায়—চায়াপ্পা।"

"চাও, এৰি দে।"

তাই জোকাৰ মাৰি তাৰ কৰলৰ পৰা ওলাই আহিল।

চায়াপ্পাৰ যুবটোৱে যেন কাম নকৰা হৈ আহিল। তথাপি ধৈৰ্য ধৰি সি পুনৰ ফুচচফুচাই ক'লে, "তই নাযাবি বস্থম্মা। ভিতৰত দুয়োটা বৰ মানুহেই চেৰাপ গিলি মাতাল হৈ পৰিছে।"

"তোমাৰনো কি লোকচান হ'ব ?" বস্তুম্মা তাৰ কাষ চাপি আহিল। তাই কলে, "তোমাৰতো একো নহয়। তুমি হলা চহিচ, বৰ মানুহৰ জট্‌কা চলোৱা চহিচ।"

"চাহিচ হ'লেও মই কিবা মানুহ নহয়নেকি ?" চায়াপ্পাই তাইৰ শৰীৰৰ স্পৰ্শ অনুভৱ কৰিলে। কিন্তু সি হঠাতে অসংযত হৈ নপৰিল। অলপ সময় নীৰৱে থাকি সি কলে, "সিহঁত দুয়োটা শত্ৰু আকৌ বন্ধু হৈ পৰিছে। কিন্তু আমি শত্ৰু হৈ থাকিলেই সিহঁতৰ লাভ।"

"কিন্তু আমি যে সঁচাকৈয়ে শত্ৰু হৈ পৰিছো।" বস্তুম্মাৰ মাতটো থোকা থুকি হৈ আহিছিল আৰু ক'ৰবাত ভেঁজা নোলোৱাকৈ থিয় হৈ থকাটো অসম্ভৱ হৈ উঠিছিল।

মল্লিগেৰ গন্ধতকৈও উগ্ৰ তাইৰ গাৰ গন্ধটো চায়াপ্পাৰ নাকত লাগিলহি। এই গন্ধে তাক ক্ৰমাৎ অস্থিৰ কৰি তুলিলেহি। কি ভাবি জানো হঠাতে সি তাইক জপটিয়াই ধৰিলে আৰু দাংকোলা কৰি জট্‌কাখনৰ ওপৰলৈ তুলি দিলে।

বস্তুম্মাই ইচ্‌ইচাই উঠিল, "ইস্. এইবোৰ দেখোন ফুল। তেনেই নষ্ট হৈ যাব ফুলবোৰ। চাও চাও—"

"তই জানো ফুলতকৈ কম।" চায়াপ্পাই ক'লে আৰু কৈয়েই জট্‌কাখনত দোপ-মাৰি উঠি চাবুকডালেৰে ঘোৰাটোৰ পিঠিত চটোপ্‌কৈ কোবাই দিলে। হেই, হেইট, হেইট্‌।

( প্ৰকাশ, ১৯৮৪ )

# সীমিত অভাৱ

আনোৱাৰৰ মগজুৱে কাম নকৰা হৈ আহিল।

পৃথিৱীখন যেন কঁপিছে, আধা পোৰা ঘৰটোও লাহে লাহে চক্ৰাকাৰে ঘুৰিবলৈ ধৰিছে, এদল ধৰ্মোন্মাদ মানুহে হাতত জোঁৰ লৈ যেন ধুমুহাৰ দৰে এইফালেই আগুৱাই আহিছে। "ঐ খোল খোল, দুৱাৰ খোল, ওলাই আহ বাহিৰলৈ। চয়তান, কাফেৰ, বদমাইচ—"

হাত দুখন মুঠি মাৰি বিছনাৰ ওপৰত ধুপুচকৈ বহি পৰিল আনোৱাৰ।

খিৰিকিখনৰ কাষত বহি থকাৰে পৰা চালমাই আনোৱাৰক লক্ষ্য কৰি আছিল। সেয়ে সি এনেদৰে বহি পৰাৰ লগে লগে তাই থৰকাচুটি হেৰুৱাই তাৰফালে আগবাঢ়ি আহিল, "হৈছে কি হেৰা? কি হৈছে?" কান্ধত ধৰি চালমাই আনোৱাৰক জোঁকাৰি দিলে। সিও লাহে লাহে প্ৰকৃতিস্থ হৈ আহিল।

"এগিলাচ পানী দিবা?'

ঘামেৰে সেমেকি উঠা কপালখন মোহাৰি ললে আনোৱাৰে।

কোঠাটোৰ একোণত থকা মাটিৰ কলহটোৰ পৰা এগিলাচ পানী লৈ চালমা কাষ চাপি আহিল। নিমিষতে পানী গিলাচ শেষ কৰি পেলালে আনোৱাৰে।

চালমাই সুধিলে, "আৰু লাগিবনেকি আৰু?"

"নাই, নালাগে।"

মানুহটোৰ মুখখন খুটিয়াই খুটিয়াই চাবলৈ ধৰিলে চালমাই। আনোৱাৰ যেন সঁচাকৈয়ে ভাগি পৰিছে। অৱসাদে যেন তেওঁক লেহুকা কৰি তুলিছে।

মজিয়াত পৰি থকা কাগজৰ টুকুৰাটো বুটলি ললে চালমাই।

মাথোন কেইটামান শব্দ। বঙচুৱা কাগজত টাইপ আখৰ। সম্ভৱ ইংৰাজী আখৰ। ইংৰাজী কিয়, তেলেগু অৰ্থাৎ নিজৰ মাতৃভাষাটোত পঢ়িব নোৱাৰো চালমাই। সেয়ে তাই পুনৰ ভয়ে ভয়ে চালে আনোৱাৰৰ মুখলৈ। নিশ্চয় কিবা বেয়া খবৰ আছে কাগজখনত।

তাই আৰু কাষ চাপি আহিল।

আনোৱাৰৰ গাৰ স্পৰ্শ তাইৰ সোঁ-হাত আৰু বুকুৰ মাজৰ অংশত লাগিলহি।

"কিনো লিখা আছে আৰু?" তাই ভয়ে ভয়ে আনোৱাৰৰ মুখলৈ চালে।

কি লিখা আছে ? কাগজখনে কঢ়িয়াই অনা বার্তাটো এই মুহূর্ত্ততে সদৰি কৰিবলৈ ভাল নাপালে আনোৱাৰে। যিহে তিৰোতা চালমা, শুনিলেই যে কান্দোনত ভাগি নপৰিব তাৰেইবা কি ঠিকনা আছে ?

বহাৰ পৰা উঠি আনোৱাৰে লাহে লাহে খিৰিকিখনৰ কাষলৈ আগুৱাই গ'ল। পৰ্দাখন সামান্য আঁতৰাই বাহিৰলৈও ভুমুকিয়াই চালে।

প্ৰধান পথটোৰ দাঁতিত বিজুলী চাকিবোৰ শাৰী শাৰীকৈ জ্বলি আছে। সাধাৰণ মানুহৰ সমাগম নাই, গাড়ী-মটৰ চলাও প্ৰায় পাঁচ দিনৰ পৰা বন্ধ হৈ আছে। ৰাস্তাৰ ওপৰত তহল দি ফুৰিছে কেৱল বন্দুকধাৰী চিপাহীয়ে। বন্দুকৰ আগত গুঁজি লোৱা সংগীনবোৰ বিজুলী চাকিৰ পোহৰত মাজে মাজে জিলিকি উঠিছে। মাজে মাজে ভাহি আহিছে -এই কোণ হ্যায় ! অথবা কুকুৰকেইটাৰ বাহিৰে অন্য কোনো প্ৰাণীয়েই পথলৈ ওলাই আহিবলৈ সাহস কৰা নাই। তথাপি তেওঁলোকৰ একোজনে মাজে মাজে এনেয়ে চিঞৰি উঠিছে।

পুনৰ পঢ়া টেবুলখনৰ কাষলৈ আগুৱাই আহিল আনোৱাৰ।

টেবুলখনৰ কাষত হাতৰ তলুৱাত হনুভৰিটো থৈ বহি আছে ছিকন্দৰ আৰু কামাল। কিতাপৰ পাতত সিহঁতৰ ধ্যান নাই, ধ্যান কেৱল সৰু ৰেডিঅ'টোৰ ওপৰত।

দুয়ো দুটাই জিদ ধৰিছে।

কপিলদেৱক বৰ ভালপায় কামালে, তাতোকৈ ভালপায় ঘকৰা দলক। ছিকন্দৰ কিন্তু তাৰ সৈতে একমত নহয়। "আৰে বাবা, ক্ৰিকেট মানেই ৱেষ্ট ইণ্ডিজ। এতিয়া ৱেষ্ট ইণ্ডিজৰ পিছতেই পাকিস্তান। ইণ্ডিয়া কি ? ৱেষ্ট ইণ্ডিজৰ তুলনাত ইণ্ডিয়া কেঁচুৱা ল'ৰা।"

ছিকন্দৰ ডাঙৰ। তাৰ বয়স দহ বছৰ। সিহঁতৰ স্কুলৰ সিয়েই বোলে অপেনিং বেটচ্‌মেন। অৱশ্যে এতিয়ালৈকে হেনো সিহঁতে কোনো স্কুলৰ লগত প্ৰতিযোগিতামূলক খেল খেলা নাই।

আৰু কামাল ? সি ছিকন্দৰতকৈ দুবছৰৰ সৰু হ'ব পাৰে ; কিন্তু ক্ৰিকেট ? তাৰ জীৱনৰ লক্ষ্যই হ'ল—সি যাদুকৰ হ'ব। ক্ৰিকেটৰ যাদুকৰ। তাৰ নমস্য ব্যক্তি হ'ল লিলি, দেনিচ লিলি (জানো ক'ৰ পৰা সংগ্ৰহ কৰে নামবোৰ !) আৰু কপিলদেৱ ; কপিলদেৱ তাৰ গুৰু।

সি বোলে দিয়ে পেঁচ বল।—সেই যে ক'ট্ৰা বেদ্দী, গৰ্ডন হাইস্কুলৰ ঘাগু বেটচ্‌মেনটো তাক বোলে কামালে প্ৰথমটো অভাৰতে আউট কৰি দিছিল এবাৰ। সি

হেনো তাৰ লগৰ পিটকলিবোৰৰ লগত খেলি বৰ ভাল নাপায়, মানে নজমে। সি খেলে ডাঙৰবোৰৰ লগত। সিইতেও হেনো তাক বৰ ভালপায়।

"মই কৈছো ইণ্ডিয়া জিকিব।" কামাল এতিয়াও নাচোৰবান্দা।

"এইট ডাউন। এশ চৈধ্য ৰাণ লাগে। বাকী কেৱল এঘাৰ অভাৰ।"

"হলেও জিকিব।" ৰেডিঅ'টোৰ কাষলৈ কাণখন চপাই নিলে কামালে। উত্তেজনাত সি যেন মাজে মাজে কঁপি উঠিছে। আৰু ছিকন্দৰ? সি হাঁহিছে, মিচিকিয়া হাঁহি।

চালমালৈ চালে আনোৱাৰে।

মামুহজনীয়ে বিছনাখনৰ এটা কোণত কুঁচি-মুচি-বহি পৰিছে। তাই এতিয়াও কাগজৰ টুকুৰাটো হাতৰ মুঠিত চেপি ধৰি আছে। বৰ দুখ লাগিল আনোৱাৰৰ —বেচেৰী।

চালমাৰ হাতৰ পৰা কাগজখন লৈ বিছনালৈ উঠি আহিল আনোৱাৰ। ছিঃ! কেনে কুৎসিত আখৰবোৰ। সি বাক্যটো আকৌ এবাৰ পঢ়িবলৈ ধৰিলে।

Combing Operation Started. Report within four days. চাৰি দিনৰ ভিতৰত গৈ পাবগৈয়ে লাগিব।.........

আনোৱাৰৰ চকু কেইটা খচ্‌খচাই উঠিল।

হঠাতে ল'ৰা দুটায়ো বৰ জোৰেৰে চিঞৰি উঠিল।

"কি হ'ল কামাল?"

বিছনাৰ পৰা নামি আহিল আনোৱাৰ। এটাৰ পিছত এটাকৈ অহা দুৰ্যোগবোৰে কঁপাই তুলিছে তাক। সি ইমানেই বিচলিত হৈ পৰিছে যে—কাগজখনে কঢ়িয়াই অনা সামান্য বাৰ্তাটোও তাৰ বাবে মৰ্মান্তিক হৈ উঠিছে।

পঢ়া টেবুলখনৰ ওপৰত উঠি নাচিবলৈ ধৰিছে কামালে।

কি যে পাগল ল'ৰা!

এই যে দুৰ্যোগ, ধুমুহা, জ্বলি উঠা ঘৰ, কটাকটি মৰামৰি—এইবোৰে যেন এতিয়াও স্পৰ্শ কৰিব পৰা নাই ইহঁতক।

হায়দৰাবাদ অশান্ত হৈ পৰিছে।

আনকালেও ঈদ্‌-উল-ফিটৰ বা গণেশ পঞ্চমীৰ কেন্দ্ৰ কৰি মাজে মাজে এনেকৈ আৰম্ভ হয় সাম্প্ৰদায়িক অশান্তি। বতাহ বিষাক্ত হৈ পৰে। কিন্তু মাত্ৰ দুই-চাৰি দিন; তাৰপিছত পুনৰ চেঁচা পৰি আহে সকলোবোৰ। বন্ধ কৰি ৰখা

দুৱাৰবোৰ মেলি মানুহবোৰ বাহিৰলৈ ওলাই আহে। হেৰাই যায় দুখৰ দিনৰ ছবি।

কিন্তু এইবাৰ যেন সঁচাকৈয়ে উন্মাদ হৈ পৰিছে মানুহবোৰ। ঘৰ জ্বলিছে, প্ৰতি নিশাই চাৰি-পাঁচজনৰ পৰা আৰম্ভ কৰি ন-দহোজনলৈকে নিৰপৰাধী মানুহৰ তেজে চেকুৰা বান্ধিছে প্ৰকাশ্য ৰাজপথত। মানুহবোৰ যেন ক্ৰমাৎ ৰক্তলোলুপ পশুলৈ পৰিণত হৈ পৰিছে।

দেউতাকৰ ধমকি খাই পাগল ল'ৰাটো পঢ়া টেবুলৰ পৰা নামি আহিল। কিন্তু তাৰ স্ফূৰ্তি কমা নাই। ছিকন্দৰেও যোগ দিছে তাৰ আনন্দত।

"যা শোগৈ যা।" আনোৱাৰে কলে।

আনোৱাৰৰ ধমকি কিন্তু সিহঁতৰ এখন কাণেৰে সোমাই আনখন কাণেৰে ওলাই গ'ল ( নহলেনো বাৰু মানুহক দুখন কাণেই বা কিহৰ বাবে ? )। শব্দৰ মাত্ৰা আৰু অলপ বঢ়াই দি সিহঁতে ৰেডিঅ'টোৰ আৰু কাষলৈ কাণ চপাই নিলে।

ঘৰটো জ্বলাৰে পৰা আনোৱাৰ একেবাৰে অস্থিৰ হৈ উঠিছে। তিনিটা কোঠাৰ ঘৰটোৰ দুটা কোঠাই জ্বলি ছাঁই হৈ গ'ল। বস্ত্ৰ বেহানিও বিশেষ নাবাচিল। ল'ৰা দুটাৰ কিতাপ পত্ৰ আৰু বান্ধনিঘৰৰ বাচন বৰ্তনবোৰো শেষ হৈ গ'ল।

বেৰৰ ঘড়ীটোলৈ চালে আনোৱাৰে।

এঘাৰ বাজি ত্ৰিশ মিনিট পাৰ হৈ গৈছে।

সমগ্ৰ পুৰণা মহানগৰী স্তব্ধ হৈ পৰিছে। গলিয়ে গলিয়ে তহল দি ফুৰিছে কেৱল পহৰাদাৰী চিপাহীয়ে।

ভাগি পৰা মানুহজনীয়ে হয়তো তাৰেহে নিবিড় সান্নিধ্য বিচাৰিছে। সি আঁৰ চকুৰে চালে কমেণ্টৰী শুনি থকা ল'ৰাহাললৈ।

নিশাটো ক্ৰমাৎ গভীৰ হৈ আহিছে। অথচ সিহঁতৰ চকুত টোপানি নাই। কিনো ৰস পায় এই খেলখনত ? একেবাৰে তৃতীয় শ্ৰেণীৰ খেল! এচটা কাঠ, কাঠৰে এটা গোল বল। এটাই দলিয়াই, আনেটোৱে কোবাই দিয়ে দূৰলৈ। তাৰ পিছত দৌৰ, এক ৰাণ, দুই ৰাণ ·· ।

কিযে অদ্ভুত ল'ৰা-ধেমালি!

এবাৰ সি চাইছিল এই খেলখন।

অৱশ্যে সি চাইছিল দূৰদৰ্শনত। কোন কোন দলে খেলিছিল তাৰ মনত নাই। আচলতে সি এইখন খেলৰ একোকেই বুজি নাপায়। একুৰিমান খেলুৱৈ,

সেই একেই কাঠৰ বল, কাঠৰ বেট আৰু হেজাৰ দৰ্শক। সি একো বস পোৱা নাছিল, অথচ তাৰ বাহিৰে লগৰ আটাইবোৰ উবুৰি খাই পৰিছিল।

সেই খেলখন চোৱাৰ দুদিনমানৰ পিছতেই সিহঁতৰ দলটোৱে প্ৰথম বাৰৰ বাবে ভাগ লৈছিল কম্বিং অপাৰেচনত।

ত্ৰিপুৰা-মিজোৰাম আৰু বাংলাদেশৰ সীমান্তবৰ্ত্তী অঞ্চল। অগাধ অৰণ্য। বন্য প্ৰাণী তেনেকৈ নাই, তথাপি প্ৰতি পদে পদে মৃত্যুৰ হাত-বাউলি মানুহৰ হাত মানুহৰ তেজেৰে বাঙলী হৈ পৰাৰ সমূহ সম্ভাৱনা। অকণমান ভুল কৰিলেই নিশ্চিত মৃত্যু। কোতয়াবা এনেও হয় যে—যিয়েই প্ৰথমে লিপ্‌লিপিত আঙুলি লগাব পাৰে তাৰহে অধিকাৰ থাকে এই মোহময়া পৃথিৱীত জীয়াই থকাৰ। ল'ৰা-ছোৱালী, ঘৰ-সংসাৰ তেতিয়া আৰু একোলৈকে মনত নাথাকে। মানুহৰ ভয় যে কেৱল মানুহৰ পৰাই!

ছিঃ। ঘূৰি ঘূৰি দেখোন একে ধৰণৰ কথাবোৰেই মনলৈ আহে। অন্ততঃ কিছু সময়ৰ বাবে একো নভবাকৈ থাকিবলৈ চেষ্টা কৰিলে আনোৱাৰে। সেই-বাবেই সি খিৰিকিখনৰ কাষলৈকে পুনৰ আগবাঢ়ি গ'ল আৰু পৰ্দাখন দাঙি বাহিৰলৈ চাই পঠিয়ালে।

পুৰণা হায়দৰাবাদৰ এই গোটেই অংশটো শান্ত হৈ পৰিছে। কেৱল মাজে মাজে ভাহি আহিছে অতন্দ্ৰ প্ৰহৰীৰ বুটৰ খট্‌খটনি। অথচ, ক'তা? মানুহবোৰ জানো শুব পাৰিছে। হয়, নিতাল মাৰি আছে সকলো। কিন্তু টোপনি জানো ধৰিছে কাৰোবাৰ?

ইমান বৰ্ণীয়া পৰীয়াৰ মাজতো পুৰাতেই জুম্মা মছজিদৰ সন্মুখত, চাৰমিনাৰত, দেহ-বেপাৰৰ প্ৰকাশ্য অঞ্চল মেহেন্দীৰ কোনো এক অন্ধকাৰ গলিত, শালাৰজং মিউজিয়াম বা গোলকুণ্ডা ফ'ৰ্টৰ কাষত অথবা ফটেহ সাগৰৰ পাৰৰ কোনোবা এটা পথত মানুহে দেখা পাব পাঁচোটা বা দহোটা লাচ। দুখন হাত, দুখন ভৰি, একো একোটা অবিকল জীয়া মানুহ।

অস্থিৰ হৈ উঠিল আনোৱাৰ।

কিবা এক বুজাব নোৱৰা উত্তেজনাত ছিকন্দৰ আৰু কামালো অস্থিৰ হৈ উঠিছে। ৰেডিঅ'টোৰ পৰা বহুত মানুহৰ চিঞৰ-বাখৰ ভাহি আহিছে। অথচ সিহঁত দুটা একেবাৰে নিশ্চুপ হৈ পৰিছে। কি যে আচৰিত খেল!

গাৰুটোত ভেঁজা লৈ চালমায়ো একেথৰে চাই আছে আনোৱাৰৰ চিন্তাক্লিষ্ট মুখখনলৈ।

অৱশ শৰীৰটো বিছনাখনৰ ওপৰত এৰি দিলে আনোৱাৰে। তাৰ পিছত চালমাৰ গালখনৰ ওপৰেদি কপালৰ ফালে হাতখন পিছলাই আনিলে। তাৰ হাতৰ পৰশ পাই চালমা কাষলৈ চাপি আহিল।

আনোৱাৰে পুনৰ চালে ল'ৰাহাঁললৈ সিহঁতে এতিয়াও বেডিঅ'টোক লৈয়ে তন্ময় হৈ আছে।

"মিজোৰামলৈ কিমান দূৰ আছু ?" তাই তাৰ হাতখন নিজৰ হাত দুখনৰ মাজত সুমুৰাই ললে।

"ৰেলত গ'লে যাওঁতেই চাৰি দিন লাগিব।"

তাইৰ অন্তৰখনে হাহাকাৰ কৰি উঠিল। তাৰমানে আনোৱাৰ ইয়াৰ পৰা কালিলৈকে যাব লাগিব।

আনোৱাৰো আৰু সিপাহী হৈ নাথাকিল। চিপাহীৰ গুণবোৰ সি লাহে লাহে হেৰুৱাই পেলালে। সি হৈ উঠিল এটা সাধাৰণ মানুহ, তেজ মঙহৰ এটা নিচেই সাধাৰণ মানুহ –যাৰ হৃদয় কঁপে ল'ৰা তিৰোতাৰ বিপদ চিন্তা আৰু বৈষয়িক মায়া জালে যাক সততে অসংযত কৰি তোলে।

চালমায়ো গম পালে, আনোৱাৰ বৰ দুৰ্বল হৈ পৰিছে। ল'ৰাকেইটাৰ উপস্থিতিকো সি ক্ৰমাৎ পাহৰি পেলাব ধৰিছে। তাই তাৰ কাষৰ পৰা কিছু আঁতৰি আহিল।

"কম্বিং অপাৰেচন কি আছু ?" চালমাই সুধিলে।

"কম্বিং।" প্ৰকৃতিস্থ হ'বলৈ চেষ্টা কৰিলে আনোৱাৰে। কথাৰ মাজতে সি চালমাৰ কপালত হাত ফুৰাব ধৰিলে। খন্তেক সময়ৰ পিছত সি কওঁ নকওঁকৈ খুব লাহে লাহে ক'লে, "তাত কিছুমান গেৰিলা আছে, মানে বিদ্ৰোহী মানুহ।"

"কিয় বিদ্ৰোহ কৰে সিহঁতে ?"

"সিহঁতে মিজোৰামখন পৃথক কৰিব বিচাৰে।"

"কিন্তু কিয় ?"

"মই নাজানো।"

সি ইচ্ছা কৰিয়েই এই প্ৰসংগটো এৰাই যাব বিচাৰিলে। চালমাইহে কথাৰ আঁত এৰি নিদিলে।

"তোমালোকে সিহঁতক মাৰানেকি ?"

আনোৱাৰে একো উত্তৰ নিদিলে। কেৱল আৰু কিছু কাষলৈ চাপি তাইৰ গালে মুখে হাত ফুৰাই দিবলৈ ধৰিলে। হঠাতে জানো কি হ'ল চালমাৰ, তাই গাৰুটোত মুখ গুঁজি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে।

কি কৰা উচিত—আনোৱাৰে ঠিক একো ভাবি উলিয়াব নোৱাৰিলে। সি নিজৰ হাত দুখনকে নিজে মুচৰিবলৈ ধৰিলে।

ল'ৰা কেইটায়ো সাৰপাই আছে। সিহঁতেই বা কি ভাবিব? নিজকে বৰ অসহায় যেন লাগিল আনোৱাৰৰ। সি ভয়ে ভয়ে মূৰ দাঙি চালে বেডিঅ'টোৰ কাষত বহি থকা ল'ৰা দুটালৈ।

আৰু ঠিক সেই মুহূৰ্ত্ততে সিহঁত দুটাই টেবুলৰ পৰা জঁপিয়াই নামি হাতবোৰওপৰলৈ দাঙি কঁকাল ভাঙি ভাঙি নাচিবলৈ ধৰিলে। তাক্ ধিনা ধিন্, তাক ধিনাধিন্—

ইহঁত পাগল হোৱা নাইতো?

ল'ৰাহালৰ ফালে ভেবা লাগি চাই থাকিল আনোৱাৰে।

নাচি নাচি সিহঁতে কিছুমান অসংলগ্ন গীত গাবলৈ ধৰিলে। এটাই যদি তেলেগু গীতৰ কলি এটা আৰম্ভ কৰে, আনটোৱে আৰম্ভ কৰে হিন্দী গীতৰ কলি। নৃত্য আৰু গীতৰ সে কি অপূৰ্ব সমন্বয়! সিহঁতৰ নাচৰ দুৰ্দাম তালে তালে টেবুলৰ কিতাপ, চকি, আলনাৰ কাপোৰ ইত্যাদি এটা এটাকৈ ওফৰি পৰিবলৈ ধৰিলে।

বিছনাৰ পৰা জঁাপ মাৰি নামি আনোৱাৰে খিৰিকিখনৰ কাষলৈ আগবাঢ়ি গ'ল। পৰ্দাখনৰ ফাঁকেৰে খৰখেদাকৈ বাহিৰলৈ জুমি চালে। লগে লগে তাৰ বুকুখন কঁপি উঠিল। হে খোদা! চিপাহীকেইটাই দেখোন বন্দুক টোঁৱাই সিহঁতৰ ঘৰটোৰ ফালেই আগবাঢ়ি আহিছে। সম্ভৱ চিঞৰ-বাখৰ শুনিয়েই সিহঁতে বিপদৰ আশংকা কৰিছে।

পৰ্দাখন পেলাই আনোৱাৰে ল'ৰা দুটাক গৰামাৰি ধৰিলেহি. "চুপ. চুপ! সৰ্বনাশ হ'ব এতিয়াই।"

ভয় খাই ল'ৰাহালো নিশ্চুপ হৈ পৰিল।

ঠিক এনেতে-ক'ৰবাত এটা বোমা ফুটিল।

ঠিক এটা নহয়। এটা, দুটা, তিনিটা, অসংখ্য বোমা।

বিছনাৰ পৰা নামি আহি চালমায়ো ল'ৰা হালৰে সৈতে আনোৱাৰক সাৱটি ধৰিলেহি।

বোমাৰ শব্দ কিন্তু বন্ধ নহ'ল।

তেজৰ নিচাই পোৱা এদল হিন্দু অথবা মুছলমান দাংগাকাৰী হয়তো জঁপিয়াই পৰিছে পহৰাদাৰী চিপাহীবোৰৰ ওপৰত। সম্ভৱ চাৰমিনাৰতে আৰম্ভ হৈছে গণ্ড-গোলটো আৰু লাহে লাহে আগুৱাই আহিছে—কেৱল মাথোন পাঁচ দিনৰ আগতে আধা জ্বলা হোৱা এই অঞ্চলটোৰ ফালে।

অকণমান সময় তলকা মাৰি থকাৰ পিছত আনোৱাৰে অনুমান কৰিলে—সেইবোৰ

আচলতে বোমা নহয়, ফটকাহে। ফটকাৰ শব্দৰ লগে লগে বাস্তালৈ ওলাই আহিছে—ডেকা, বুঢ়া, ল'ৰা অসংখ্য মানুহ।

পর্দাখন দাঙি পুনৰ ভয়ে ভয়ে বাহিৰলৈ চালে আনোৱাৰে। দেখিলে, বন্দুকধাৰী চিপাহীবোৰে লাজতে কেনিবা আঁতৰি গৈছে, আৰু নিয়ম নমনা মানুহবোৰে গান গাই চিঞৰি বাখৰি ৰাস্তাৰ ওপৰত আৰম্ভ কৰিছে উদ্দাম নৃত্য। কোনো লয় নাই, কোনো ছন্দ নাই, কেৱল হুলস্থুল। মানুহবোৰ যেন পাগল হৈ পৰিছে।

মানুহবোৰে কি কৈছে, কি গাইছে তাৰ একো লেখ-জোখ নাই। তথাপি কিছুমান চিঞৰ যেন মাজে মাজে স্পষ্ট হৈ উঠিছে—

অমৰ ৰহ', অমৰ ৰহ'

কীৰ্তি আজাদ অমৰ ৰহ'।

কপিলদেৱ অমৰ ৰহ'!'

দুৱাৰখন খুলি কোন তলকত জানো ল'ৰাহঁতলো বাহিৰলৈ ওলাই গ'ল—চালমা আৰু আঁনোৱাৰ কোনো এটায়ো গম নাপালে। চালমাই ভয়তে আনোৱাৰক গৰা মাৰি ধৰিলে। তাই অস্থিৰ হৈ উঠিল, "আনোৱাৰ, তুমি সিহঁতক ৰচোৱা। সিহঁত ৰাস্তালৈ ওলাই গৈছে।"

আনোৱাৰ কিন্তু বাহিৰলৈ ওলাই নগ'ল। বৰং সি আৰু জোৰেৰে চালমাকহে সাৱটি ধৰিলে।

ভালেমান সময়ৰ পিছত, মানুহবোৰ যেতিয়া নাচি নাচি কেনিবা আঁতৰি গ'ল। আনোৱাৰে চালমাৰ কাণত ফুচ্‌ফুচাই ক'লে, "মই কালিলৈকে যামগৈ। তুমি অকলে পাৰিবানে?"

"মানুহলৈ মোৰ আৰু এতিয়া ভয় নাই।" চালমাই মুখটো সুমুৱাই দিলে আনোৱাৰৰ বুকুৰ মাজলৈ। কওঁ নকওঁকৈ তাই কলে, "মোৰ কেৱল ভয় লাগে সেই কাঠৰ বলটোলৈ। কি যে টান! এদিন মোৰ মূৰত লাগিছিল। হে আল্লা, ইহঁত দুটা যে কি পাগল! মোৰ বৰ ভয় লাগে।"

"কেৱল এটা কাঠৰ বল।" চেক চেকাই হাঁহি দিলে আনোৱাৰে। সি তাইৰ মূৰত হাত ফুৰাই ফুৰাই কলে, "সামান্য কাঠৰ বল এটালৈকে যদি ভয় কৰিবলৈ শিকোৱা, জীৱনৰ সতে যুঁজিবলৈ সিহঁতে কেনেকৈ শিকিব?"

চালমাই আৰু একো নক'লে। আনোৱাৰে অনুভৱ কৰিলে, এটা গধুৰ বোজা যেন তাৰ মূৰৰ পৰা খহি পৰিছে।

(প্ৰকাশ / ১৯৮৪)

# ৩৮ নম্বৰ

## এক

ৰোগীবিলাকক এফালৰ পৰা চাই চাই সৰ্বশেষত ডাঃ হিল্‌টন ৩৮ নম্বৰৰ কাষলৈ আহিল 'আৰু অভ্যাসবশতঃ ৰোগীৰ হাত এখন নিজৰ তৰ্জনী আৰু বুঢ়া আঙুলিৰ চেপাত সুমুৱাই লৈ হাতৰ ঠাৰিত বন্ধা সৰু কিন্তু ধুনীয়া বিদেশী ঘড়ীটোলৈ চালে।

'কেনে আছা ?' ডাক্তৰে সুধিলে।

৩৮ নম্বৰে সেহাই সেহাই কোনোমতে ক'লে, কিজানি নাবাচিম ডাক্তৰ। মৃত্যু মোৰ তেনেহে দুৱাবদলিত।

'ইমান সহজতে ?'

মিচিকিয়াই হাঁহিলে ডাক্তৰ হিল্‌টনে।

তেওঁৰ হাঁহিয়ে যেন ৩৮ নম্বৰৰ মুখত এমুঠি আশাৰ ৰ'দালিহে সিঁচি দিলেহি। কিলাকুটিত ভেজা দি পিঠিটো কিঞ্চিৎমান দাঙি তেওঁ ডাক্তৰৰ মুখলৈ চালে।

'মই তেন্তে বাচিমনেকি ডাক্তৰ ?'

'কিয় নাবাচিবা ?' সেই একে স্বৰতে ডাক্তৰে ক'লে, 'মৃত্যু পথ যাত্ৰীক মই চিনি পাওঁ। তেওঁলোকৰ মুখত মৃত্যু শব্দটো সাধাৰণতে নুফুটে। জীয়াই থকাৰ স্বপ্নই তেওঁলোকৰ মুখ উজ্জ্বলাই ৰাখে।

৩৮ নম্বৰে ডাঃ হিল্‌টনৰ উক্তিখিনি নীৰৱে সহ কৰি বহিবলৈ চেষ্টা কৰিলে। তেনে কৰাৰ লগে লগে এক অসহ্য যন্ত্ৰণাকাতৰ স্বৰ পুনৰ তেওঁৰ মুখেদি ওলাই আহিল।

'উস্ ডাক্তৰ! মোৰ এই বিষটো। এই বিষটোৱেই অৱশেষত মোক মৃত্যুৰ দুৱাবদলি পোৱাবগৈ।'

ডাঃ হিল্‌টনে সোঁ-হাতৰ আঙুলিৰ আগকেইটাৰে ৩৮ নম্বৰৰ বিভিন্ন অংশত হেঁচি হেঁচি পৰীক্ষা কৰিবলৈ ধৰিলে। আৰু প্ৰত্যেকবাৰেই ৰোগীজনে অসহ্য বিষত গোঙাবলৈ ধৰিলে।

পৰীক্ষণৰ শেষত ডাক্তৰ বেছ গহীন হৈ পৰিল।

'বৰ অসহ্য বিষ ডাক্তৰ !'

'ভাল হৈ যাব।' ডাঃ হিল্‌টনে ক'লে, হস্পিতালৰ পৰা ওলাই নিয়মিতভাৱে শাৰীৰিক পৰিশ্ৰম কৰিবাগৈ। শ্ৰমৰ লগত যদি নিজকে জড়িত কৰিব পাৰা তেন্তে এই বিষ দুদিনতে পলাই ফাট মৰিব।

৩৮ নম্বৰৰ মুখখন ক'লা হৈ পৰিল।

শৰীৰৰ অসহকৰ বিষবোৰৰ কথা পাহৰি গৈ তেওঁ ধপহৈকৈ বিছনাৰ ওপৰত বহি পৰিল।

'কি কলে ডাক্তৰ?'

'ঠিকেই কৈছো।' ডাক্তৰ হিল্‌টনে ক'লে, আজিৰ ভিতৰতে তুমি এই বিছনা এৰি দিব লাগিব। বহুত গুৰুতৰ ৰোগীকে ঠাইৰ অভাৱত বাহিৰৰ বাৰাণ্ডাত পেলাই ৰখা হৈছে।

'কিন্তু ডাক্তৰ? মোৰ বিষটো।'

'কলো নহয় সেইটো ঠিক হৈ যাব বুলি।'

কথাখিনিৰ স্বৰটো অতি কঠিন হৈ পৰা বাবে ডাঃ হিল্‌টনে যেন নিজেই অলপ অস্বস্তি অনুভৱ কৰিলে।

ডাক্তৰক অলৰ অচৰ বুলি বুজি পাই ৩৮ নম্বৰ শান্ত হৈ পৰিল। তথাপি তেওঁ শেষবাৰৰ বাবে ডাক্তৰক পুনৰ অনুৰোধ কৰিলে।

'ডাঁক্তৰ! আৰু অন্ততঃ এটা দিন মোক ইয়াত থাকিবলৈ দিয়ক।'

'এটা দিন?' ডাঃ হিল্‌টনে খং ভাবটো কোনোমতে চেপি ৰাখি শান্তভাৱেই ক'লে, সম্পূৰ্ণ এটা দিন তোমাক ইয়াত কোনোপধ্যেই থাকিবলৈ দিয়া নহ'ব। কিন্তু চাবা, পিছবেলা ৰাউণ্ডলৈ অহাৰ সময়ত যেন তোমাৰ মুখখন পুনৰ মোৰ চকুত নপৰে।

ষ্টেথিচ্‌কোপদাল ডিঙিৰ পৰা নমাই হাতত লৈ ডাঃ হিল্‌টন ধীৰ পদক্ষেপেৰে বাহিৰলৈ ওলাই গ'ল।

## দুই

পিছবেলা ৰাউণ্ডলৈ আহি ডাঃ হিল্‌টনে আঁৰ চকুৰে চুকৰ বিছনাখনলৈ চালে। নাই, যোৱা নাই এতিয়াও। বহু পুৰণি খবৰ কাগজ এখন ওলোটাকৈ ধৰি বৰ গুৰুত্ব সহকাৰে তেওঁ খবৰবোৰ পঢ়িবলৈ ধৰিছে।

পোনে পোনে সেইফালে নগৈ ডাঃ হিল্‌টনে একাদিক্ৰমে ৰোগীবিলাকক পৰীক্ষা কৰিবলৈ ধৰিলে।

৩৮ নম্বৰৰ কিন্তু একোৰে প্ৰতি লক্ষ্য নাই। খবৰ পঢ়াত তেওঁ এনেদৰে ব্যস্ত হৈ থাকিল যে ৰোগীবিলাকক চাই চাই কেতিয়ানো ডাঃ হিল্‌টন আহি-তেওঁৰ কাষ পালেহি গমেই নাপালে।

'গুড্‌ আফ্‌টাৰনুন!' ডাক্তৰে ক'লে।

কাগজখন নমাই থলে ৩৮ নম্বৰে।

তেওঁৰ চকুৰে মুখে শংকাৰ ভাব বিয়পি পৰিল।

'কাগজত কিবা ভাল খবৰ আছেনেকি ?' ডাক্তৰে সুধিলে।

'ভাল খবৰ আৰু ক'ত থাকিব ডাক্তৰ!' ৩৮ নম্বৰে ক'লে, বিষটো যদি ভাল পালোহেঁতেন!

ওচৰতে থকা টুলখন টানি ডাক্তৰ বহিল।

'কেতিয়াবা পৰিশ্ৰম কৰি পাইছানে ?'

'মোকে সুধিছেনে ডাক্তৰ ?'

'হয় তোমাকে সুধিছো।' ডাক্তৰ হিলূটনে সুধিলে, ইয়ালৈ অহাৰ আগতে কি কাম কৰিছিলা ?

'এখন হোটেলত হোটেল-বয় হিচাপে আছিলো।' ৩৮ নম্বৰে গভীৰ আগ্ৰহেৰে কবলৈ ধৰিলে, বৰ খাটনি ডাক্তৰ। দৰমহা মাহে কেৱল পঞ্চাশ টকা। দেহা মৰি যায়। ৰাতিপুৱা পোহৰ হোৱাৰ আগতেই চৌকাত জুই জলোৱা, ছোবাঙ্কাত পানী ভৰোৱা······। আৰম্ভ যি হ'ল, শেষ নাই। মাজনিশা টেবুল চকী মচি মজিয়াত পানী ঢালি ধুই শেষ কৰাৰ পিছতহে কামৰ অন্ত পৰে।

'নিশা নোশোৱানেকি ? ডাক্তৰে সুধিলে।

'শুব আৰু ক'ত ডাক্তৰ ?' ৩৮ নম্বৰে ক'লে, দোকানৰ টেবুলবোৰ জোপ লগাই দেহাটো এৰি দিয়াৰ অলপ পিছতেই মিঠাই বনোৱা কাৰিকৰবোৰৰ কাম আৰম্ভ হয়। তাৰ উপৰি দোকানৰ আগেদি ইখনৰ পিছত সিখনকৈ বোজাই কৰা ট্ৰাকবোৰ পাৰ হৈ গৈ থাকে। প্ৰতিখন গাড়ীৰ চকাবোৰ যেন পাৰ হৈ যাব বিচাৰে এই বুকুখনৰ ওপৰেদি। চাওঁক ডাক্তৰ, চাওঁক। কি বিষ চাওঁকছোন'—

ডাক্তৰে সুধিলে, তাৰ আগতে কি কৰিছিলা ?

'ৰিক্সা চলাইছিলো।'

'ৰিক্সা ?'

'হয় ডাক্তৰ।' ৩৮ নম্বৰে ক'লে, ইমান কষ্টৰ কাম কিজানি জগতত নাই। মালিকক ৰিক্সা বাবদ জমা দিব লাগে সাত টকা। বাকীখিনিৰে পেট পূজা কৰোতেই যায়। তাৰ উপৰি কথাই প্ৰতি আছে আৰোহীৰ লপা-থপা, চৰটো-ঘোচাটো। ৰিক্সাৱালাক অনাহকত মাৰপিত কৰিবলৈ কোনেও কুণ্ঠাবোধ নকৰে। —ক্ষন্তেক বৈ ৩৮ নম্বৰে পুনৰ ক'লে, অৱশ্যে এটা কথা ডাক্তৰ, ৰিক্সা চলাওঁতেই হস্পিতাললৈ অহাৰ প্ৰথমটো সুযোগ পাইছিলো।

ডাক্তৰে সুধিলে, কেনেকৈ ?

'গুপ্তাংগত এটা বেমাৰ হৈছিল। সব বিক্সাৱালাৰে এইটো বেমাৰ হয়।... বেমাৰত পৰি থাকোতেই মালিকে বিক্সাখন কাঢ়ি নি আনক চলাবলৈ দিলে, মন্নো এইটো কাম জনমৰ বাবে বাদ দিলো।'

'মই বিশ্বাস নকৰো', ডাক্তৰে ক'লে।

'কি নকৰে ডাক্তৰ ?'

'তুমি কোনো দিনেই পৰিশ্ৰম কৰি পোৱা নাই। তোমাৰ ভাব-ভঙ্গী দেখিলেই সেইটো পৰিষ্কাৰ হৈ পৰে।'

ক্ষন্তেক সময় নীৰৱে থাকিল ৩৮ নম্বৰ।

তাৰপিছত হঠাতে উৎসাহিত হৈ উঠাৰ দৰে তেওঁ ক'লে, ডাক্তৰ। তাৰ আগতে মই কি কৰিছিলো জানে ?

'কি কৰিছিলো ?'

'এটা আলুৰ গুদামত চাকৰি কৰিছিলো।'

'চাকৰি ! আৰু তাকো আলুৰ গুদামত ?'

'বিশ্বাস কৰক ডাক্তৰ। বৰ কঠিন সেই কাম। দিন ৰাতিৰ তফাৎ নাই। অকণমান সাৰ-সুৰ নাপালেই নোদোকা-নোদোক এন্দুৰবোৰ শাৰী পাতি গাঁতৰ পৰা ওলাই আহে। কি চোকা সিহঁতৰ দাঁত। এঘণ্টাৰ ভিতৰতে এবস্তা আলু সিহঁতে মাটিৰ তললৈ নিব পাৰে। এঘুমটি মৰা মানেই চাকৰিৰ শেষ। তথাপিও টিকি আছিলো ডাক্তৰ। কিন্তু এদিন কি হ'ল জানে ?'

অতিষ্ঠ হৈ উঠিল ডাঃ হিল্‌টন।

বহাৰ পৰা উঠি তেওঁ প্ৰায় আদেশৰ সুৰত ক'লে, 'বন্ধ কৰা তোমাৰ আলু গুদামৰ চকীদাৰি। এতিয়া তুমি তোমাৰ লাম-লাকুটিবোৰ বান্ধা। এক নিমিষৰ বাবেও তোমাক ইয়াত থাকিবলৈ দিয়া নহ'ব।'

ডাক্তৰ হিল্‌টনৰ মাতটো বোধহয় প্ৰয়োজনকৈ অধিক ডাঙৰ আৰু কঠোৰ হৈ পৰিছিল। তাৰে ফলস্বৰূপে ৱাৰ্ডৰ আটাইবিলাক ৰোগীৰে দৃষ্টি আকৰ্ষিত হৈছিল ৩৮ নম্বৰৰ ফালে। আটাইৰে চকুত প্ৰকাশ পাইছিল জিজ্ঞাসু নিৰ্লিপ্ততা।

ডাঃ হিল্‌টন এজন শৈল্য চিকিৎসক। কৰ্তব্যৰ প্ৰতি তেওঁ যেনেকৈ দায়শীল, ঠিক তেনেকৈ কঠোৰ শিলৰ দৰে কঠিন। এই কথা ৩৮ নম্বৰে এই কেইদিনতে সঠিকভাৱে বুজিব পাৰিছে। তথাপি শেষবাৰৰ বাবে ডাঃ হিল্‌টনৰ অন্তৰৰ কোমলতাত খুচি চাব বিচাৰিলে।

'মোৰ বাবে আপোনাৰ অন্তৰত অকণো কৰুণা নাইনে ডাক্তৰ?'

• ডাক্তৰে করুণ হাঁহিৰে উপহাস কৰিলে, 'নম্বৰ ৩৮! তুমি জনা উচিত, হৃদয় বুলি মোৰ একো বস্তু নাই। মই একোদিনা দুটা বা ততোধিক ৰোগীৰ বুক ফালি সিহঁতৰ হৃদয়বোৰাহে আঙুলিৰে লিৰিকি বিদাৰি চাওঁ। ৰোগীৰ চিকিৎসাহে মোৰ একমাত্ৰ দায়িত্ব।'

ইফালে সিফালে চাই ডাঃ হিল্টনে চিষ্টাৰ এগৰাকীক কাষলৈ মাতি কামৰ দিহা দিলে, 'চিষ্টাৰ! OT—II ৰেডি কৰিবলৈ দিয়া। কৰিডৰত থকা ৰোগীজনক পোন্ধৰ মিনিটৰ ভিতৰতে অপাৰেচন কৰিব লাগিব। মোৰ আটাইকেইজন ছাত্ৰকে অপাৰেচন এটেণ্ড কৰিবলৈ খবৰ পঠোৱা। বি কুইক্, পলম নকৰিবা।'

সম্ভৱ অপাৰেচন কক্ষৰ পোচাক পিন্ধিবৰ বাবেই ডাঃ হিল্টন খৰখেদাকৈ ৱাৰ্ডৰ পৰা ওলাই গ'ল।

## তিনি

মাজনিশা ডাঃ হিল্টন পুনৰ SOPD UNIT-I-অৰ তিনি নম্বৰ ৱাৰ্ডলৈ আহিল। তেওঁৰ ডিউটি নাছিল, কিন্তু গধূলিতে কৰা অপাৰেচন কেচটো এবাৰ চাই যাবৰ বাবেহে তেওঁ পুনৰ ৱাৰ্ডলৈ আহিল।

কেচটো আছিল গুৰুতৰ। এক্চিডেণ্ট কেচ। তাৰ উপৰি ব্লাড বেংক খালি, সেই গ্ৰুপৰ তেজ নাই। অধিক তেজৰ প্ৰয়োজন হ'লেই ৰোগীজন নিশ্চিত মৃত্যুৰ মুখত পৰিব।

ৰোগীজনক পৰীক্ষা কৰি ডিউটি কমৰ পোৱাৰ আগতেই থমকি ৰ'ল ডাঃ হিল্টন।

এইখিনিতে কৰিডৰখন অলপ আন্ধাৰ। বাল্টো কোনোবাই বিশেষ প্ৰয়োজনত হঠাৎ খুলি নিছে, অথবা ভাগিছে। তথাপি আন্ধাৰত কুচি-মুচি বহি থকা মানুহজনক তেওঁ দেখিয়েই চিনিব পাৰিলে—৩৮ নম্বৰ।

'তুমি যোৱা নাই এতিয়াও?'

ডাক্তৰৰ মনটো বিতৃষ্ণাৰে ভৰি পৰিল।

মানুহজনে অৱশ্যে একো উত্তৰ নিদিলে।

ডাক্তৰে নিজকে কোৱাদি ক'লে, 'শুনিছানে নাই? ইয়াত হস্পিতালত কোনো সুস্থ মানুহক এনেয়ে খুৱাই 'বোৱাই ৰখাৰ ব্যৱস্থা নাই। পোহৰ হোৱাৰ পিছত যেন মই তোমাক আৰু দেখা নাপাওঁ, শুনিছানে?'

ডাক্তৰ আৰু বৈ নাথাকিল।

ডাক্তৰৰ পিছে পিছে মানুহজনো এখোজ দুখোজকৈ বাহিৰলৈ ওলাই আহিল। বাহিৰৰ পৃথিবীখন তেতিয়া সম্পূৰ্ণ ডুব গৈ আছিল ডাঠ ঘন আন্ধাৰত। হস্পিতালৰ কিছু আঁতৰৰ ৰাষ্ট্ৰীয় পথটোৰ ওপৰেদিহে পিঠিত বোজা বন্ধা ট্ৰাকবোৰ সঘনাই পাৰ হৈ যাব ধৰিছিল।

মানুহজন সেইফালেই আগুৱাই গ'ল।

## চাৰি

পিছদিনা আছিল ডাঃ হিল্‌টনৰ 'অফ্‌ দে'।

কিন্তু 'ইমাৰ্জেন্সি কল' পাই তেওঁ তেনেই পুৱাতে পুনৰ হস্পিতাললৈ আহিব লগা হ'ল।

ডাক্তৰক দেখিয়েই কৰ্তব্যৰত হাউচ চাৰ্জন কেইজন উধাতু খাই কাষ চাপি আহিল।

'কি হৈছে?' ডাঃ হিল্‌টনে সুধিলে।

'এটা এক্‌চিডেণ্ট কেচ চাৰ। বৰ বীভৎস হৈ পৰিছে, মুখখন থেতেলা খাই কিম্ভূত কিমাকাৰ হৈছে। তাৰ উপৰি এখন হাত আৰু এটা ভৰিও বেয়াকৈ জখম হৈছে। কাশ্যপ চাৰো অপাৰেচন কক্ষত আছে, কিন্তু অকলে সাহস কৰা নাই চাৰ।'

## পাঁচ

প্ৰায় এসপ্তাহৰ পিছত, হাত ভৰিত বেণ্ডেজ বন্ধা, থেতেলা খাই মুখৰ আকৃতি নষ্ট হোৱা ৩৮ নম্বৰ বিছনাৰ ৰোগীজন কৰ্তব্যৰত ডাঃ হিল্‌টনক হঠাতে এবাৰ সুধিলে,

'মোক চিনি পাইছেনে ডাক্তৰ?'

ডাক্তৰৰ বাবে বিছনাৰ নম্বৰেই ৰোগীৰ পৰিচয়।

তথাপি মাতটো চিনি পাই ডাঃ হিল্‌টনে শিল পৰা কপৌৰ দৰে থমকি ৰ'ল।

'চিনি পাইছে ডাক্তৰ?' ৰোগীজনে নিৰুদ্বেগ কণ্ঠৰে কলে, 'মই ৩৮ নম্বৰ। এইবাৰ কমেও দুমাহৰ বাবে নিৰাপদ, নহয়নে ডাক্তৰ?'

ডাঃ হিল্‌টনে একো উত্তৰ নিদিলে। ( আৱাহন / ১৯৮৫ )

# অযান্ত্ৰিক

## এক

সূৰ্যটো এতিয়াও মূৰৰ পোন পোৱাহি নাই, উত্তাপো সিমান প্ৰখৰ হৈ উঠা নাই। লাল সিং নে অন্য কোনোবা এটাই এটা ভোজপুৰী লোকগীতৰ ৰাগ টানিছিল। সেই শুনি ভাল লগা গীতৰ সুৰটোকে গুণ গুণাই ছোৱালীজাকে শিল ভাঙি আছিল। জোৱান ল'ৰা কেইটামানে শিলগুটিবোৰ চালিছিল আৰু কেইজনীমান গায়ে-গাথৰিয়ে নোদোকী তিৰোতাই টুকুৰিত ভৰাই চলা শিলগুটিবোৰ কঢ়িয়াই নিব ধৰিছিল। এনেতে ৰ'ড-ৰ'লাৰখন ঘৰ-ঘৰাই কাষ চাপি আহিল; ওচৰ চাপি অহাৰ লগে লগে কৰ্কশ শব্দটোও ক্ৰমাৎ ডাঙৰ হৈ আহিল, আৰু এটা সময়ত ছোৱালীহঁতৰ হাতৰ হাতুৰী আৰু শিলগুটিৰ মাজৰ সংঘৰ্ষৰ পৰা উৎপত্তি হোৱা টুক্ টুক্ টাক্ টাক্ শব্দশব্দবোৰৰ লগতে ভোজপুৰী গীতটোৰ মন মতলীয়া কৰা সুৰটোও ৰ'ড-ৰ'লাৰৰ ঘৰ্ ঘৰ্ শব্দৰ চেপাত চেপা খাই কেনিবা হেৰাই গ'ল।

ৰেৱতীয়ে ভাবিছিল, তাইৰ বেদনা কাতৰ চিঞৰটোও যন্ত্ৰ দানৱটোৰ বিকত কেৰকেৰণি-ঘেৰ ঘেৰণিৰ লগত মিহলি হৈ গৈছে। আচলতে কিন্তু তেনে হোৱা নাছিল।

যন্ত্ৰ দানৱটো আঁতৰি যোৱাৰ লগে লগে মনোমতী খৰখেদাকৈ তাইৰ কাষলৈ আগুৱাই আহিল।

"কি হলেক বে বেবাদিদি?"

"নাই, কিছু নাই হই বহি।' মিছা মাতিলে ৰেৱতীয়ে।

মনোমতী কিন্তু শিয়ান ছোৱালী। তাইৰ চকুক ফাঁকি দিয়াটো বৰ সহজ কথা নহয়।—হাতুৰীটো থেকেচা মাৰি থৈ মনোমতী ৰেৱতীৰ কাষ চাপি আহিল। চকুত চকু থৈ চালে, ৰেৱতীৰ চকুৰ কাষৰ তেজবাহী শিৰাবোৰ নীলা নীলা হৈ ক্ৰমাৎ বেছি স্পষ্ট হৈ আহিছে। মেখেলাৰ খোচনিটো ঢিলা হৈ খহি পৰিছে, পকা কঁঠাল এটাৰ দৰে টুপ টুনীয়া হৈ তাইৰ তল পেটটো ওলাই পৰিছে।

ৰেৱতীৰ কান্ধত হাত এখন থৈ মনোমতীয়ে হাঁহিলে, শব্দহীন হাঁহি, ক'লে, তুই মোকে ঝুঠ বললি, নাই বে বেবাদিদি?

লাজ পালে ৰেৱতীয়ে, তললৈ মূৰ কৰি তাই কথমপি ক'লে, ছাৱাটা মোকে লাঠ মাৰলেক।

"কোন ছাৱা ?"

লাজ লাজ কৈ নিজৰ উদং পেটটোত হাত ফুৰাই বেৰতীয়ে মনোমতীলৈ চালে, চায়েই হয়তো লাজ লুকুৱাবলৈকে পুনৰ ৰাস্তাটোৰ সিমূৰলৈ দৃষ্টি ঘূৰাই ললে।

সিমূৰ পাই যন্ত্ৰ দানবটো পুনৰ-এই ফালে আহিবলৈ আৰম্ভ কৰিছে। শব্দটোও ওচৰ চাপি আহিছে।

ক্ৰমাৎ বাঢ়ি অহা শব্দটো শুনি এইবাৰ সঁচাকৈয়ে ভয় খালে বেৰতীয়ে। লাজ কাজ পাহৰি মনোমতীৰ ডিঙিটোত খামুচি ধৰি তাই চকুকেইটা জপাই দিলে, মই নাই বাচিম মনো, মোৰ কি হবেক্ গ'।

যন্ত্ৰ দানবটো কাষ চাপি আহি আকৌ ঘূৰি নোযোৱালৈকে বেৰতীৰ হাতৰ মুঠি মুকলি নহ'ল। এইবাৰ সঁচাকৈয়ে প্ৰসৱ বেদনাই তাইক খেকেচি পেকেচি কন্দুৱাব ধৰিলেহি।

"মোকে চাৰি দে ৰে মনো ‧ চালি বেটী মোকে চাৰি দে। মুই মৰি যাম ৰে বুধুৰ মা। ধৰ, মোকে ধৰ, চবাই ধৰ ৰে।" শিলৰ দ'মটোৰ ওপৰত হাত ভৰি আচাৰি তাই শিলগুটিবোৰকে বাৰে বাৰে খামুচিব ধৰিলে।

উঠি গৈ মনোমতীয়ে যন্ত্ৰ দানবটোৰ 'মাউত' বাজেনক জানো কি কৈ আহিল, সিমূৰলৈ গৈ আৰু সি ঘূৰি নাহিল। ঘৰ ঘৰণিও লাহে লাহে নাইকীয়া হৈ আহিল।

দানবটো শান্ত হোৱাৰ লগে লগে বেৰতীৰ প্ৰাণ কাতৰ চিঞৰবোৰ আটাইৰে কৰ্ণগোচৰ হ'ল।

ৰাস্তাৰ বাবে পানী কঢ়িয়াই অনা ট্ৰাকখন আহিল। ড্ৰাইভাৰ গুল্লু সিং জপিয়াই নামিল। বেৰতীৰ চিঞৰৰ বাখৰবোৰ শুনি সি সেইফালেই আগুৱাই আহিল।

"কি হৈছে অ' মনো ?" তিৰোতা মানুহৰ জুমটোৰ ফালে সি বেঙা মেলি চালে।

"তোৰ বাপেৰৰ মূৰ।" শিল ভঙা হাজুৰী এটা লৈ মনোমতীয়ে চোচা মাৰি আহিল।

তাইৰ ৰণচণ্ডী মূৰ্ত্তি দেখি গুল্লু সিং দুখোজমান পিছুৱাই গ'ল। সুধিলে, কিন্তু হৈছে কি মনো ?

"জোৱান মৰদ ' ঐ বাতটো নাই বুজিলি ?' বেঙা এটাৰ মুখলৈ চোৱাৰ দৰে পুতৌ লগা দৃষ্টিৰে তালৈ চাই মনোমতীয়ে ক'লে, ঐ চুকুৰামৰ বহিনটাৰ লগত যে তুই চাদি কৰিবি, দচ মহিনাৰ পৰে কি হবেক্ ? হাত দুখনেৰে নিজৰ পেটটো ঢোলটো হেন কৰি দেখুৱাই নিলাজী মনোমতীয়ে ক'লে, তখন কি তুই এই ৰকম কুদা-কুদি কৰি মাইকীটাৰ কাপৰ দাঙি দেখ্‌তে আস্‌বি ?

ছিঃ। কি যে নিলাজ এইজনী।"

গুল্‌লু সিঙৰ মুখখন ক'লা পৰি গ'ল। সি তাইৰ মুখলৈ মূৰ দাঙি চাবলৈও লাজ পাচে। যি বাটে আহিছিল সেই বাটেই সি তলমূৰ কৰি ওলটি গ'ল।

হাতুৰীটো কাষত লৈ মনোমতী পুনৰ শিলৰ দ'মটোৰ কাষলৈ চাপি আহিল। কাবোবাৰ পৰা জেওৰা খুটি ঢুডালমান উভালি আনি তাইৰ গাৰ চাদৰখনকে তৰি আঁৰ-বেৰ কৰি দিলে।

ৰাস্তা চফা কৰা ত্ৰাছদাল একাষৰিয়াকৈ থৈ সীতাদিদিও আহিল।

'তিৰোতা মানুহৰ জীৱন। এই অনা সুখভোগ নকৰিলে কেনেকৈ হ'ব?'- এনে এটা ভাবত বেৰতীৰ মূৰটো নিজৰ কোলালৈ তুলি ললে সীতাদিদিয়ে। তাইৰ বিকৃত চিঞৰ বাখৰবোৰ দমাই ৰাখিবৰ বাবে সীতাদিদিয়ে নিজৰ অভিজ্ঞতাবোৰ বখানিবলৈ ধৰিলে।

"তোৰ কি হৈছে ৰে বেৰা। চিমতি। পৰুং। একটাহ্ কাম্‌বালেও পাগুটা দুখাই। এক ঘণ্টাৰ মতন কষ্ট পাবি, তাৰ পৰেই একটা চানা পাবি। মোৰ কি হৈছিল জান? ঐ দুখুৰাম যখন হল, বাবে ৰে বাবা -।' প্ৰথমটো সন্তান হওঁতে কিখন যে নহৈছিল, তাকে বৰ্ণনা কৰিবলৈ ধৰিলে সীতাদিদিয়ে।

নিতাল মাৰি শুনিব পৰা অৱস্থা বেৰতীৰ নাছিল। সীতাদিদিৰ কথাৰ মাজতে তাই কেকাবলৈ আৰম্ভ কৰিলে।

"ধৰ ধৰ, ওঠটা কাম্‌ৰাই ধৰ। লম্বা লম্বা টাচ ল। সীতাদিদিয়ে তাইৰ মূৰটো নিজৰ বুকুৰ মাজত চেপা মাৰি ধৰি চুলিবোৰৰ মাজে মাজে আঙুলি বুলাবলৈ ধৰিলে।

"মোকে চাৰি দে ৰে সীতাদিদি, চাৰি দে, মোৰ কি হলেক্ ৰে।" বেৰতীৰ চিঞৰবোৰ এমাৎ বেছি হৈ আহিল।

"দেত' মনো, পাও দুইটা থাবা কৰি দেত।"

কাৰো হাত চলা নাই। তিৰোতা বস্তুৰাখনি প্ৰসূতিজনীৰ কাষ চাপি অহাৰ পিছত পুৰুষবিলাকেও যয়ে য'তে পাৰে বহি বিৰি চুৰত পকাব ধৰিছে। কেৱল মাংৰাৰ প্ৰকাণ্ড হাতুৰীটোহে অবিৰাম গতিত চলি থাকিল।

এটা সময়ত তাৰ হাত দুখনো ক্ষান্ত হ'ল। হাতুৰীটো থৈ মাংৰাই কপালৰ ঘামবোৰ মচি ললে আৰু হাতৰ ইচাৰাৰে মনোমতীক কাষলৈ মাতিলে।

"ডাগ্‌টাৰ লাগবেক্ মনো?"

"তুই কঁাহা পাবি ডাগ্‌টাৰ?"

তাইৰ কথাৰ উত্তৰ নিদি মাংৰাই গুল্‌লু সিঙলৈ চালে।

"তোৰ-গাড়ী ঠিক আছে ”

"গাড়ী মোৰ নেকি ?" গুল্লু সিং গুৰ-গুৰাই উঠিল, ঠিকাদাৰৰ গাড়ী, মোক কিয় সুধিছ। মা, বাপেৰক সোধগৈ, দিয়ে যদি লৈ যাবি।"

থংটো কিবা প্ৰকাৰে দমাই ৰাখিলে মাংৰাই। 'কটা ড্ৰাইভাৰৰ পো, ঘৈণীয়েৰ ইতৰ মুখত জুই দিব নোৱাৰ। আহ ওৰহৰ থং ভগা চাৰিত জাৰিবলৈ।' থংটো দমাবলৈকে হাতুৰীটো কোবেৰে বহুৱাব ধৰিলে মাংৰাই। এই মুহূৰ্ততে তাৰ গালত দুপাত মান সোধাব পৰা হলে গাটো জুৰ পৰিলেহেঁতেন।

"ঠিকদাৰ বাপেৰক সুধিব লাগে ?" মতিয়ে কিন্তু গুল্লু সিঙক ৰেহাই নিদিলে। আটায়ে শুনাকৈ সি কলে, তই কি নপুংসকনেকি ? ড্ৰাইভাৰ কোন ? তই নে তোৰ মাৰৰ পৈয়েৰ ঠিকাদাৰ ?

"ঠিক আছে ব'ল।" গুল্লু সিঙে কলে, মাইকীজনীক গাড়ীত তুলি ল।

"ধুৰ বেধুৰা সব।" মনোমতীয়ে মুৰ পাতি ললে ৰেবাদিদিক ভী লিতে নাই লাগে, তুই ঠিকাদাৰেৰ বাতশুনতে নাই লাগে। সীতাদিদি বল্লেক, এই হিঁয়াই বাচ্চা হবেক্। পহিলা চানা, টাইম লাগ্‌বেক্।

গুল্লু সিং আঁতৰি গ'ল।

"ৰ'লাৰটা কে বন্ধ কৰলেক্ ?' মাংৰাই সুধিলে।

মনোমতীয়ে কলে, মুই কলে ।

"কেনে ?"

"তুই মৰদ মানুহ, নাই বুজিবি। ঔৰত হলে ঐ ৰকম বাত নাই পুছিলি হয়।"

"যা, যা। মেচিনটা চালু কৰতে বল।" কিয জানো মাংৰাই ভোৰ ভোৰাই উঠিল, চানা পিনা হবেক্ দুখ নাই হই কি আৰাম হবেক ? হাল্লা কৰতে কি আছে। চানা বিয়াইতে যদি দৰ কৰ—তোৰা মাইকা সবে চাদি কৰ কেনে ?

যন্ত্ৰ দানবটোৱে পুনৰ ঘৰ্ ঘৰাবলৈ ধৰিলে। সেই ঘৰ্ ঘৰণিয়ে ৰেৱতীৰ যন্ত্ৰণা কাতৰ অশ্লীল গালি গালাজ আৰু অসহনীয় কেঁকনিবোৰক কিঞ্চিৎ হলেও ম্লান কৰি পেলালে।

ভালেমান সময় এনেকৈয়ে পাৰ হৈ গ'ল।

তাইৰ কেঁকনিও চৰি আহিল। সীতাদিদিৰ কপালতো ঘামৰ টোপালবোৰ টুপ টুপীয়া হৈ জিলিকি পৰিল।

"মা—গ', মা মা-ৰে—"

চৰম যন্ত্ৰণাত তাই কাতৰ হৈ পৰিল।

"ঐত', ঐত' মাথাটা !" ভয় আৰু শংকাত মনোমতীৰ সমগ্ৰ দেহ মন কঁপিবলৈ ধৰিলে।

সীতাদিদিয়ে শিকাই দিয়াৰ দৰেই তাই আঞ্জলি পাতি মূৰটো আলফুলকৈ ধৰি থাকিল আৰু কঁপি থকা তাইৰ হাত দুখনৰ ওপৰতে মাতৃ জঠৰৰ সীমাহীন অন্ধকাৰৰ পৰা পোহৰ বিচাৰি ওলাই অহা মূৰটো লাহে লাহে এটা হাত ভৰি থকা শিশুলৈ পৰিণত হ'ল। এজোলোকা কেঁচা তেজ শিলবোৰৰ ওপৰত চিটিকৈ পৰিল।

ওঁঠথন কামুৰি অৱশ শৰীৰটো সীতাদিদিৰ কোলাত এৰি দিলে বেৱতীয়ে, মাগ মা— ।

ব'লাবটোৰ ওপৰৰ পৰা ভিডি মেলি ৰাজেনে সুধিলে, কি হৈছে মনো, ল'ৰা নে ছোৱালী ?

"বেটা চানা ! বৰ মস্ত চানা।"

"নাড়ি কাটিলিনে ?" চম্পাৰ মাকে ৰিং মাৰি সুধিলে।

"নাই কাটা গ'। আনত' মনো, বাঁহৰ চুচ্ একটা খুজি আনত'।" সীতাদিদিয়ে পোৱাতীজনীক শিলৰ দ'মটোৰ ওপৰতে শুৱাই দিলে।

## দুই

ব্ৰজৰ দৰে বহল, বৈ পৰা চেলাউৰী।

চকুকেইটা কিন্তু তাইৰ দৰে, অলপ ডাঙৰ। গাৰ বঙটোত চপচপীয়া বগা, মঙহবোৰ তেনেই কোমল।

ভৰি আৰু হাতৰ আঙুলিবোৰ হিচাপ কৰি চালে তাই। আঙুলিবোৰ সৰু, নিচেই এধানি এধানি। হিচাপত কিন্তু ঠিকেই আছে, নগদ কুৰিটা, এটাও হেৰ ফেৰ নাই।

"খুব ভাগ্‌বা চোৰা হবেকৰে বেৱা। টাইম হলে দেখিবি, মুই ঠিক কলো।" সীতাদিদিয়ে শিশুটোক তাইৰ কোলালৈ তুলি দিলে।

মাতৃ জঠৰৰ কেঁচা গোন্ধটো তাইৰ নাকত লাগিপাহি। এই অদ্ভুত সুন্দৰ গন্ধটো যে অকণমানিটোৰ গাৰ পৰাই ভাহি আহিছে—কথাটো প্ৰথমে তাই বিশ্বাস কৰিবলৈকে টান পালে।

ইফালে সিফালে চাই তাই লাজ লাজ কৈ ব্লাউজৰ বুটাম কেইটা খুলিলে। ক্ৰমাৎ মূৰৰ ওপৰলৈ উঠি অহা সূৰ্যটোৱে তাইৰ পুৱঠ বুকুখন দেখা পাই বুলি চাদৰখনৰ আচলেৰে ঢাকি ললে, তাৰ পিছত কেঁচুৱাটোৰ অকৰা মুখখনত মাতৃ বুকুৰ অমৃত নিজৰাৰ বান্ধ মোকলাই দিলে।

ভুপবীয়া হুবমুৰকৈ পাৰ হৈ যোৱা দুই এখন গাড়ী মটৰৰ বাহিৰে পথটো জনশূন্য হৈ পৰিল। ৰাস্তাত কাম কৰা বনুৱাবিলাক গছৰ ছাঁলৈ আহিল। কোনোৱে ৰাস্তাৰ দাঁতিত সৰুকৈ গাত একোটা কৰি গছপাত অথবা দালি খৰি ফুৱাই ফুৱাই ৰঙা চাহ একোকাপ কৰি ললে। মনোমতীয়ে বেৰতীক নিজৰ ভাগৰে পৰা এমুঠি মুৰি ভজা উলিয়াই দিলে।

ৰ'দৰ তাপত নতুনকৈ ঢলা 'পিটচ'বোৰ গলিছে। আলকতৰা গলোৱা গাঁতবোৰ ধোঁৱাইছে। ৰাস্তাটো জনশূন্য হৈ পৰিছে। তেজাল সূৰ্যটো মূৰৰ ওপৰত লৈ কেৱল যন্ত্ৰ দানবটোহে থম থম মদন গোপালহৈ থিয় হৈ আছে। আৰু ৰাজেন, সি হাতুৰী আৰু বেঞ্চ কেইপাত মান লৈ টুং-টাংকৈ কিবা এটা কৰিব ধৰিছে। কেইদিন মানৰ পৰা যন্ত্ৰ দানবটোৱে তাক ৰবকৈ আমনি দি আছে।

খঙতে সি কাৰোবাক গালি পাৰিছিল। কিন্তু তাৰ লেতেৰা গালি গালাজবোৰ কাৰো কাণত পৰা নাছিল। ছোৱালীজাকৰ হাঁহি খিকিন্দালিয়ে আন সকলোৰে কথা বতৰাবোৰ তল পেলাইছিল।

বেৰতীয়ে ছোৱালীজাকৰ ফালে চালে।

গাভৰু জীৱনটোৱেই আচল, মন খুলি হাঁহিব পৰে, অলপ কথাতে হাঁহিব পাৰে, কান্দি কান্দিও হাঁহিব পাৰে।

ছোৱালীজাকৰ লগত ডাইভাৰ গুললু সিঙো আছে চুকবামৰ বহিনো আছে।

এনে এটা দিন তাইৰো আছিল।

অৱশ্যে ইমান দেখাদেখিকৈ পিছত ওচৰা-ওচৰিকৈ থকা নাছিল। ব্ৰজ ল'ৰাটো কিবা লাজকুৰীয়া আছিল, যি কৰিছিল লুকাই লুকাই কৰিছিল। তাইৰ হাতখনত ধৰোতেও সি কঁপিছিল। · · দিনবোৰ বৰ ভাল লগা আছিল। দুচকুত স্বপ্নই লুকা ভাকু খেলিছিল। চকু মুদিলেও স্বপ্ন, মেলিলেও স্বপ্ন, কেৱল স্বপ্ন।

কাৰোবাৰ চিঞৰত তাইৰ চিন্তাৰ সোঁত হেৰাল।

পোৱালি ঠিকদাৰ আহিছে।

সিয়ে চিঞৰিছে।

"ঐ উঠ, উঠ হাৰামজাদীহঁত। চাহ খাবলৈ বহিলিনে ঘৈণীয়েৰহঁতৰ সৈতে শোৱাপাটীত পৰিলি।"

পোৱালি ঠিকাদাৰৰ মুখখন বেয়া। সেয়া তাক আৰু মুখ মেলাৰ সুযোগ নিদি ছোৱালীজাক গিৰগিৰকৈ উঠি গ'ল।

ঠাই টুকুৰা পুনৰ মুখৰ হৈ উঠিল।

আলকতৰা গলোৱা জুইৰ ভাঠ ক'লা ধোঁৱাই আকাশখনৰ এবখলা চানি ধৰিলে। ভৰিত ফটা কাপোৰ আৰু ফটা টায়াৰৰ পতি বন্ধা বনুৱা কেইটা ব্যস্ত হৈ পৰিল।

আঁহতজোপাৰ কাষৰ পৰা পথটোৰ কাম পিছপৰি আছে। 'কার্পেটিঙ'ৰ কাম বাদেই 'গ্রাউটিঙে'ই আৰম্ভ হোৱা নাই।

"কি ৰে ৰাজেন, তোৰ মেচিন চলিবনে ?"

যন্ত্ৰ দানবটো ঘৰ ঘৰাই উঠিল।

ৰাজেনৰ মুখত কিন্তু হাঁহি নাই। মতলিফে বনাই দিয়া চাধা পালি ওঁঠৰ তলত গুজি চৰম বিতৃষ্ণাৰে লিভাৰদাল দবালে।

"ঐ বেটীহঁত ! পানী ঢাল, পানী ঢাল।"

"কাক বেটী কলি ৰে ?" মনোমতীয়ে ৰাজেনলৈ মুৰ দাঙি চালে।

"তোক নহয় দে।' কাহ মাৰি খেকাৰ সোপা ইকাষে পেলাই ৰাজেনে কলে, তই কাৰ বেটী হবি, তইতো পুতলী বাঈ, দস্যুৰাণী পুতলী বাঈ।

"পুতলী বাঈ নে তোৰ বুঢ়া মাইকী ?"

"আচ্ছা হয়, হয়দে।" ৰাজেনে টিপতে ক'লে, বুঢ়ী মাইকী কিয় হবি ? তই মোৰ দিলৰ ৰাণী।

নিজৰ কথাত নিজেই লাজ পালে মনোমতীয়ে।

তাকে লুকুৱাবলৈ তাই কামত মন দিলে। চম্পা আৰু তাই দুয়োজনীয়ে ৰাস্তাৰ কাষৰ আলকতৰাৰ পুৰণা ড্রামবোৰৰ পৰা পানী আনি যন্ত্ৰ দানবটোৰ চলি গৈ থকা গধুৰ চকাত ঢালিবলৈ ধৰিলে।

## তিনি

সূৰ্যটো ভাগৰি পৰিল।

সিহঁতেও কাম বন্ধ সামৰিব ধৰিলে।

বুঢ়া ঠিকাদাৰ আহিল, আন দিনাৰ দৰেই টকাৰ মোনাটো পোৱালি ঠিকাদাৰক দি তেওঁ অহা বাটেৰে ঘূৰি গ'ল। বনুৱাবিলাকেও নিজৰ কাম অনুযায়ী দিনটোৰ হাজিৰা লবলৈ ধৰিলে।

পোৱালি ঠিকাদাৰে একাদিক্রমে চিঞৰিবলৈ ধৰিলে।

"ফুলমতী !"

"হাজিৰ।"

"এই ল চাৰি টকা।"

থমথমীয়া নোট কেইখন হাতত্তেৰে লিৰিকি বিদাৰি ফুলমতী শাৰীতে থিয় হৈ থাকিল।

মূৰ তুলি তাইকে পুনৰ দেখি খোৱালি ঠিকাদাৰে খেং খেঙাই উঠিল, কি লাগে? ভাগ, ভাগ লাইনৰ পৰা।

সেমেনা-সেমেনি কৰি ফুলমতীয়ে কলে, একদিনৰ পইচাটো এড্ভান্স লাগে ঠিকাবাবু। বেটা চানাটাৰ বিমাৰ, ডাগ টাৰকে দেখাইতে লাগে।

"কি বেমাৰ?"

"কি হবেক্ আৰু, ফুলঝাৰি হৈ ৰহি।"

"ফুলঝাৰি! গেলা কচু খাবি, পেটৰ অসুখ নহৈ কি হ'ব? যা যা, ভাগ সম্মুখৰ পৰা" গেলা-পঁচা মৰা শ এটাৰ গোন্ধহে যেন নাকত সোমালহি, পোৱালি ঠিকাদাৰে গুৰ-গোৰাই উঠিল, চালি মাইকীসব! কাম নাই বন নাই, খালি ফাকি। টকা কিন্তু আঁগতে লাগে।

"মংগল পবাং?"

মংগল আগুৱাই আহিল।

"কি কাম?"

"কাৰ্পেটিং।"

"এই ধৰ ছয় টকা।······একোদৰ গগৈ।"

যন্ত্ৰ দানবটো কাষ চাপি আহিল। তাৰে ঘেৰ্ঘেৰণিত পোৱালি ঠিকাদাৰৰ মেকুৰী সুৰীয়া মাতটো চেপা খাই হেৰাই যাব ধৰিলে। বহাৰ পৰা উঠি সি দানবটোৰ ড্ৰাইভাৰ ৰাজেনলৈ চালে।

"ঐ বেটা, হৈছে কি? বন্ধ কৰ, বন্ধ কৰ।"

"অলপ বাকী আছে ঠিকাবাবু, শেষ হৈ যাব।"

দানবটো আঁতৰি যোৱাৰ পিছত পোৱলি ঠিকাদাৰৰ মাতটো পুনৰ স্পষ্ট হৈ আছিল।

মনোমতী ঘাটী, সীতাবুঢ়ী, মাংৰা—

এজন এজনকৈ আটায়ে টকা লৈ ঘৰমুৱা হ'বলৈ ধৰিলে।

ইয়াৰ পৰা জাপৰিজানলৈ চাৰি কিল'মিটাৰ দূৰ। বহুৱা বিলাকৰ বেছি ভাগেই জাপৰীজান বাগানৰ 'ফাল্টু লেবাৰ' অথবা ইউনিয়ন কৰা বাবে খেদা খোৱা মানুহ। সীতাদিদিহঁত অৱশ্যে হালোৱা বস্তিৰ মানুহ। হলোৱা বস্তিলৈ বেছি দূৰ নহয়।

কিন্তু ঘৰখনৰ গোটেইবোৰ কাম যে পৰি থাকে! কেঞ্চাৰ গোলাত সোমাই চাউল দাইল নিয়া, খৰি পানী কৰা। পইচা কেইটা গাঁঠিত বান্ধিয়েই সীতাদিদিয়ে খোজ ললে।—হামাৰ সংগে কে কে যাবি আহ বে—

"ঠিকা বাবু।"

পোৱালী ঠিকাদাৰে ৰেজিষ্টাৰখন জপাই মূৰ দাঙি চালে কেঁচুৱাটো বুকুত বান্ধি মানুহজনী এতিয়াও ৰৈ আছে।

"কি লাগে তোক?"

মানুহজনীয়ে অনুনয় বিনয় কৰিলে, হাজিৰাটো নাই দিলে মুই কি খাম বাবু।

হিচাপৰ বহীখন থেকেচা মাৰি থৈ পোৱালি ঠিকাদাৰ বহাৰ পৰা উঠিল। এই কেলেহুৱা মথা! চকু পকাই ধৰিলে সি, ক'লে, ভাগ ভাগ। কামো নকৰিবি, পইচাও লাগে। মই কি মহাভাৰতৰ কৰ্ণ?

"লেকিন বাবু।'

"কিহৰ লেকিন চেকিনদাল আছে। তোৰ দৰে সব মাইকীয়ে যদি কামলৈ আহি পোৱালি দিবলৈ ধৰে—চবকে হাজিৰা দিব লাগিবনেকি? · আৰু তোৰ দৰে মাইকীয়ে এই ৰকম হাজিৰা কৰিব লাগে কিয়? চাদি নাহ, টাদি নাই, একদম বাচ্ছা বিয়াইছ। মৰম কৰি আমি হাত এখনত ধৰিলেহে চিঞৰ বাখৰ লগাৰ।"

দুৰ্বলতাৰ বাবে মূৰটো ঘূৰোৱা যেন লাগিছিল ৰেৱতাৰ।

পোৱালি ঠিকাদাৰৰ কথাবোৰে তাইক আৰু অস্থিৰ কৰি তুলিছিল, তথাপি বুকুৰ শিশুটোৰ বাবেই যেন তাই স্থিৰ হৈ থাকিবলৈ চেষ্টা কৰিলে।

ইফালে সিফালে চাই পোৱালি ঠিকাদাৰে পুনৰ ক'লে, শিল ভাঙি কিমান দিন চলিবি? মোৰ কথা শুনিবি? তোক ৰাণী কৰি থম।

পানী কেঁচুৱাটোৱে হঠাতে ৰাউচী জুৰি কান্দিবলৈ ধৰিলে।

ওচৰ চাপি অহা যন্ত্ৰ-দানবটোও ঘপহকৈ ৰৈ গ'ল আৰু এক অব্যক্ত যন্ত্ৰণাত কেকাই উঠিল।

লগে লগে ৰাজেনো জপিয়াই তললৈ নামি আহিল। হাতৰ ৰেঞ্চ পাত থেকেচা মাৰি থৈ সি খঙৰ প্ৰকোপত ফোপাব ধৰিলে।

ৰেৱতীৰ শৰীৰটোৰ পৰা দৃষ্টি ঘূৰাই ললে পোৱালি ঠিকাদাৰে। সুধিলে, কি হৈছে ৰাজেন?

"কি হ'ব? ভাগি গৈছে। মেইন বিয়াৰিং ভাগি গৈছে। মই কিমান ক'লো ইঞ্জিনীয়াৰক, মেকানিক মাত, ইন্‌জিন ডাউন দে। চবকে খালি কাম লাগে।" তেল

চিকতি লগা হাত দুখন টিকাত মোহাবি বাজেনে ভোব-ভোবাবলৈ ধৰিলে, ইন্‌জিন হলে কি হ'ব ! তাৰ কি দুখ নাই, ভাগৰ নাই । চাল্‌লা সব !

পোৱালি ঠিকাদাৰে গুৰ-গোবাই উঠিল, কাক গালি পাৰিছ, মোক ?

বাজেনে মুখেৰে একো নকলে । কেৱল বেঙদাল গাব জোৰেৰে মুঠি মাৰি ধৰিলে ।

ৰেৱতী আৰু বৈ নাথাকিল ।

কেঁচুৱাটো আলফুলকৈ বুকুত গুজি তাই লাহে লাহে হালোৱা বস্তিৰ ফালে আগুৱাব ধৰিলে । পেটৰ ভোক আৰু দেহৰ আলস্যই বাৰে বাৰে তাইৰ গতি বোধ কৰিব বিচাৰিলে । তাই কিন্তু গৈয়েই থাকিল । কেৱল হাতী কেম্পটো পাৰ হৈ গোলেকানি টুকুৰাব কামত কিছু সময় বৈ তাই কচুৰ থোৰ কেইদালমান বুটলি ললে ।

( লোকায়ত )

# হায় মলুৱা

## এক

সি আৰু তাই এদিন দুপৰীয়া লুকাই লুকাই তালৈ আহিছিল।

তাত তেতিয়া কোনো নাছিল।

দুজনীমান ঝিলিয়ে ঝিনি-ঝিনি-জিনি-জিনিকৈ সঙ্গী অথবা সঙ্গিনীহঁতক কাষলৈ মাতিছিল। আকাশত অনাই বনাই ফুৰা কাউৰী কেইজনী মানে যথেষ্ট সাৱধানতা অৱলম্বন কৰি জোপোহাবোৰৰ মাজলৈ নামি আহিছিল। কাউৰী কেইজনীক নিৰাপদে অৱতৰণ কৰা দেখিয়েই সিহঁত হালৰে সাহস বাঢ়িছিল।

সি হৰপাই চকুৰ ভাষাৰেহে কৈছিল ঐ যাওঁ ব'ল।

তাইৰ হৃদয়ত আছিল ভয়, সেই ভয়ৰ ৰেখাবোৰ তাইৰ দুচকুত স্পষ্ট হৈ পৰিছিল।

যাওঁ ব'ল।

নাই, দেখিব কোনোবাই।

দেখিব, দেখিবই—।

কিন্তু যৌৱন আৰু ক্ষুধাৰ নিয়মেহে বেলেগ। ভয় ভাতিক জয় কৰাই ইয়াৰ ধৰ্ম।

সূৰ্যটো লিচু গছজোপাৰ ঠিক ওপৰৰ পৰা কিঞ্চিৎমান পশ্চিমলৈ হালিছিল। ঠাই টুকুৰা ইমান্ ডাঠ হাবিৰে ভৰা যে হালি পৰা সূৰ্যটোৰ তেজাল ৰশ্মিও তলৰ ফালে সৰকি অহা নাছিল। তাৰে গইনালৈ সি আৰু তাই হাতত সাৱে ভৰিত সাৱে সোমাই আহিল। ঠিক লিচু জোপাৰ তল পোৱাৰ লগে লগে সিহঁত দুয়োটাৰে বুকু পুনৰ ভয়ত ডুক ডুক কঁপি উঠিল। ভয়ত তাই গম্ভৰ তাৰ ওচৰ চাপি আহিল। তাৰ 'হাত' এখন নিজৰ হাতৰ মুঠিত লৈ চেপি ধৰিলে। তাইৰ তপত নিশ্বাস তাৰ গাত লাগিছিল।

সি তাইৰ মুখলৈ চালে, চকুত চকু থৈ চালে।

তাই বৰ আজলী।

মাটিত কাণ থৈ তাই কাৰোবাৰ খোজৰ শব্দ পাই নেকি চাইছিল। সিও কাষতে চলি পৰিল, নাই, কোনো অহা নাই।

লিচুজোপাৰ তলখন চফা। ক'তো এডালো তৃণ কুটাও গজি উঠা নাই। কাউৰী আৰু বাদুলীয়ে খাই নষ্ট কৰা দুই চাৰিটা লিচুহে অ'ত ত'ত পৰি সিঁচৰিত হৈ আছে।

ভয় কৰিলেতো নহ'ব।

কেইদিন যে হ'ল, পেটত একো এটাকে পৰা নাই।

ক'তো একো এটা পাবলৈ নাই। থাকিলেও তাক ঢুকি পোৱাতো হাতেৰে আকাশৰ চন্দ্ৰটো ঢুকি পোৱাৰ নিচিনা হৈছেগৈ। আগৰ দিনবোৰ ভাল আছিল, বুঢ়াবোৰে কয়, তেতিয়া অন্ততঃ এনেকৈ পেট শুকুৱাই কোনো মৰিব লগা হোৱা নাছিল।

সি তাইৰ মুখত নিজৰ মুখখন ঘঁহাব ধৰিলে। তাৰ মুখৰ লেলাৱতীয়ে তাইৰ মুখখন তিয়াই পেলালে।

তই থাক, তলতে থাক। মই ওপৰলৈ উঠি যাওঁ। সি চকুৰ ভাষাৰে তাইক বুজাব ধৰিলে।

নাই, নহ'ব।

কিয় ?

তাইৰ চকু কেইটা চলচলীয়া হৈ উঠিল।

তাই আজলী হ'ব পাৰে, কিন্তু মানুহৰ ফন্দি-ফিকিৰ আটাইবোৰ তাইৰ নখ দৰ্পণত।

মই উঠো। সি তাইৰ কাষৰ পৰা আঁতৰি আহিল।

ময়ো উঠিম।

নালাগে উঠিব।

উঠিমেই।

সি তাইক বুজালে, তাই নুবুজিলে। তাই বুজাবৰ চেষ্টা কৰিলে, সি বুজিবলৈ অকণো চেষ্টা নকৰিলে।

কিন্তু সময়তো আৰু বৈ ন্যথাকে। সুযোগো দুনাই নাহে। যি বুদ্ধিয়ক সি সুযোগ অৱহেলা নকৰে। সিহঁতেও তাকে কৰিলে। প্ৰথমতে সি আৰু পিছে পিছে তাই, অত্যন্ত সাৱধানতাৰে সিহঁত ওপৰলৈ উঠি যাব ধৰিলে।

কাউৰী কেইজনীয়ে সিহঁতকে দেখিছিল। কিন্তু সিহঁতো অতি শিয়ান, অকণো হুলস্থুল নকৰাকৈ সিহঁত এফালে আঁতৰি গ'ল।

পকা লিচুৰ গোন্ধ এটা বতাহত যেন উাহি আছিল। জিলি কেইজনীয়ে তেতিয়াও আউলী-বাউলী হৈ চিঞৰি আছিল। কামজ বাসনাই সিহঁতৰ চিঞৰবোৰ ক্ৰমাৎ শক্তিশালী কৰি তুলিছিল।

বহুদিনৰ পুঞ্জীভূত ক্ষুধাই সিহঁত হালকে পাগল কৰি তুলিছিল। সিহঁতৰ হাত আৰু মুখ অতি ব্যস্ত হৈ পৰিছিল। চিন্তা-চেতনাও ক্ৰমাৎ লোপ পাইছিল।

ভয়! ভয় কাক কয় সিহঁতে পাহৰি পেলাইছিল। তললৈ সৰি পৰা লিচু গুটিৰ শব্দবোৰো সিহঁতে শুনা হৈ পৰিছিল।

কিন্তু সকলো কথাৰে এটা সীমা আছে।

পেটকেইটা গধুৰ হৈ অহাৰ লগে লগে পকা লিচুৰ মিঠা সোৱাদটোও ক্ৰমাৎ বেয়া লগি আহিব ধৰিলে। সি তাইৰ মুখলৈ চালে, কি হ'ল! ভাবিলেনে তোৰ পেট? নে খাবি আৰু কেইটামান?

বাকলিটো গুচাই এটা পুৰঠ লিচু তাই মুখত ভৰাব ধৰিলে।

সি মুখ ফুটাই কলে, ব'ল যাওঁগৈ ব'ল। চকীদাৰটোৱে এতিয়াও গম পোৱা নাই, যদি গম পায়—

ওপৰেদি গলেই সি গম পাব।

পালেই যেনিবা।

তথাপি।

লিচুৰ ভৰা ঠানি এটা ভাঙি লৈ সি তলৰ ফালে নামিব ধৰিলে। কিন্তু··· কিন্তু ই-কি?

ভয় খাই তাই তাৰ কাষ চাপি আহিব বিচাৰিছিল। কিন্তু বহি থকা দালটোৰ পৰা এহাতমান তললৈও তাই নমি আহিব নোৱাৰিলে। ওপৰলৈ যাব বিচাৰিছিল, নোৱাৰিলে। জপিয়াব নেকি তাকো ভাবিলে। কিন্তু জপিওৱা জানো সম্ভৱ-হ'ব।

ভয়ত বিহ্বল হৈ তাই পাৰে মানে চিঞৰিব ধৰিলে।

সিও মুক্তিৰ আশা আৰু প্ৰাণৰ ভয়ত ঠেং ভৰি আচাৰিব ধৰিলে।

সিহঁতৰ চিঞৰত ভয় খাই কাউৰীজাক চোঁ-মাৰি আঁতৰি গ'ল আৰু আকাশত চক্ৰাকাৰে ঘূৰি ৰাউচা জুৰিব ধৰিলে।

চিঞৰি বাখৰি এটা সময়ত সিহঁত হালেই শান্ত হৈ পৰিল। নিজৰ নিজৰ ভৰিত লাগি ধৰা ফাঁচবোৰলৈ চালে। অত্যন্ত কঠিন আৰু জটিল ফাঁচ।

হয়তো কোনো দিনেই আৰু সিহঁতে এই জৰীৰ বন্ধনৰ পৰা মুক্তি নাপাব! মৃত্যুৰ অবিহনে মুক্তি আৰু সম্ভৱ নহ'ব!!

## দুই

সিহঁতে ভবাৰ দৰে মানুহটো কিন্তু নিৰ্দয় নাছিল।

প্ৰথমে কেইদিনমান আলেঙে আলেঙে থাকি সি সিহঁতৰ আলেখ লেখ চাই

আছিল। হাতৰ লেচেকানিদাল নচুৱাই নচুৱাই সি সন্তৰ সিহঁতক ভয় খোৱাব বিচাৰিছিল। প্ৰথম দুদিন সি সিহঁতক বুটা এগছকে খাবলৈ নিদিলে। তৃতীয় দিনা কেইটামান পকা লিচু আৰু দুটা কল সি সিহঁতৰ সন্মুখলৈ দলিয়াই দিলে।

তাই কিন্তু সেইবোৰ হাতেৰেও নুচুলে।

সি বুজালে, কিন্তু তাই বুজিবৰ চেষ্টাও নকৰিলে।

চকুলোৰে পৃথিবী তিয়াই তাই আকাশলৈ চালে। সূৰ্যৰ ৰশ্মিয়ে ডুবাই ৰখা সন্মুখৰ ভাঠ হাবিখনলৈ চাই চাই তাই সকলোবোৰে পাহৰি থাকিব বিচাৰিলে। কা-কা কৈ কেৰ কৰাই মুক্ত মনে উৰি ফুৰা কাউৰী, কিক্ কিক্‌কৈ শব্দ কৰি খুপি খুপি দৌৰ মৰা, ভয় খাই ভুমুকিয়াই চোৱা কেৰ্কেটুৱা, পোক-পৰুৱা, খুদকণ বিচাৰি জাকিমাৰি চোতালত পৰা ঘনচিৰিকা—এই আটাইবোৰকে তাই পৰম বিস্ময়েৰে লক্ষ্য কৰিব ধৰিলে।

কিন্তু দিন বাগৰাৰ লগে লগে এই বন্দী জীৱনো সহজ হৈ আহিল।

মানুহটো মৰমীয়াল।

আজৰি সময়ত সিহঁতৰ গা-মূৰবোৰ পিহি দিয়ে। বেণু—বেণু বুলি মতাৰ লগে লগে তাই মানুহটোৰ কাষ চাপি যায়। তাইক মৰম কৰা দেখিলে সি হিংসাত জ্বলি পুৰি মৰে। মানুহটোৱে বোধহয় তাৰ অন্তৰৰ কথা গম পাই, তাকো নিজৰ কাষলৈ মাতে, দুলু—দুলু। আহ, ইয়ালৈ আহ।

বহাৰ পৰা উঠি দুলু কেচেলা কেচেলী কৰি মানুহটোৰ কাষলৈ আগবাঢ়ি আহে। কেতিয়াবা আকৌ মানুহটোৱে মাতিলেও দুলু জুপুকা মাৰি বহি থাকে।

আহিবিনে নাহ?

মানুহটোৱে চেকনিদাল হাতলৈ তুলি লোৱাৰ লগে লগে তাৰ সমস্ত সাহস লোপ পাই যায়। মানুহটোৱে যিহকে কয় তাকে পালন কৰিবলৈ সি সাজু হৈ পৰে।

এদিন মানুহটোৱে এডাল শুকান লাখুটী লৈ তাৰ ফালে আগবাঢ়ি আহিল। ভয়ত তাৰ অণ্ঠ কণ্ঠ শুকাব ধৰিলে। শাস্তিলৈ তাৰ বৰ ভয়। চেকনিদালৰ কোবেই সি সহ্য কৰিব নোৱাৰে, তেনে স্থলত এই টোকোনদাল যদি মানুহটোৱে ব্যৱহাৰ কৰে?

আহ আহ, দুলু আহ।

সি লাহে লাহে কাষ চাপি আহিল।

উঠ, উঠ। থিয় হ'।

পিছ ঠেঙৰ ওপৰত ভৰ দি সি থিয় হ'ল।

ধৰ, লাখুটীদাল ধৰ।

সি লাখুটীদাল হাতোৰাৰে খামুচি ধৰিলে।

বেণু, বেণু!

তাই মানুহটোৰ মুখলৈ চালে। কি বা কৰিবলৈ কয়!

ধৰ, গিৰিয়েৰৰ নেগুৰত ধৰ। কি লাজ কৰিছ? দেখা নাই এইদাল? হাতৰ চেকনিদালেৰে মানুহটোৱে তাইৰ গাত চাতোঁপ কৈ এককোব বহুৱাই দিলে।

আনৰ বাৰীত সোমাই লিচু খাবলৈ লাজ নালাগে। নাটেশ্বৰী! ধৰ, পৈয়েৰৰ নেগুৰত ধৰ। আঁ ধৰিছ, ধৰ, ধৰ। ঐ গুণ্ডা, পাষণ্ড! ঘৈণীয়েৰৰ মুখলৈ ঘূৰি ঘূৰি কি চাইছ? ফুলুৰ গাত চেকনিৰ আগটোৰে খুঁচি দিলে মানুহটোৱে। ক'লে, যা, যা। ঘূৰ, ঘূৰ। ধৰি ল বিয়াৰ পিছত ঘৈণীয়েৰক লগত লৈ শহুৰেৰৰ ঘৰলৈ গৈছ আঠ মঙলা খাবলৈ। যা, যা।····

এদিন মানুহটোৱে স্পক নোহোৱা চাইকেলৰ চকাৰ ৰিং এটা আনি আগফালৰ চোতালত আঁৰি দিলেহি। পিছদিনাৰ পৰা আৰম্ভ হ'ল ফুলুৰ কঠিন পৰিশ্ৰম। মানুহটোও কম বুধিয়ক নহয়। সি জানে, কোনকে সিহঁতৰ পৰা কাম আদায় কৰি লব লাগে।

ইয়াৰ মাজতে তাই গৰ্ভৱতী হ'ল।

তাই নোকোৱাকৈয়ে ফুলুৱে কথাটো গম পালে।

তাইৰ পেটত মূৰ থৈ সি নিতাল মাৰি ৰ'ল। তাৰ চকুৰেদি বাধা নামানি বৈ অহা চকুলোৱে তাইৰ পেটটো তিয়াই পেলালে।

দিন এনেকৈয়ে নাযায়, তাই যেন কব বিচাৰিলে।

কেনেকৈ জানিলি?

যিদিনাই এই দুষ্ট মানুহটোৱে আমাৰ ডিঙিৰ শিকলি কেইদাল খুলি দিব সেই দিনাই আমি জংঘলৈ পলাই গুচি যাম।

একো লাভ নহ'ব।

কিয়?

তই যাক নিজৰ বুলি ভাবিছ, যাৰ মাজলৈ পুনৰ ঘূৰি যাম বুলি ভাবিছ, সিহঁতে আৰু তোক লগ নিদিয়ে। সিহঁতে তোক বোন্দা থেকেচা দিব, পেট ফালি আমাৰ সন্তানটোকো শিলত আচাৰি মাৰি পেলাব।

কিন্তু কিয়? তাই বিস্ময়াবিভূত হৈ পৰিল, কিয়? আমিতো একো অপৰাধ কৰা নাই। নিজ ইচ্ছাৰেতো আমি মানুহৰ হাতত ধৰা দিয়া নাই।

ইয়াত কোনো অপৰাধৰ কথা নাই।

তেন্তে ?

এইয়া হ'ল নিয়ম।

নিয়ম ?

এৰা, এই নিয়ম আমাৰ ক্ষেত্ৰতো ব্যতিক্ৰম নহ'ব। তাৰ মূৰটো বুকুৰ মাজত চেপি ধৰি বেণুৱে ফেকুৰিব ধৰিলে।

কেইজনীমান চিলনীয়ে আকাশত বনাই ফুৰিছিল। পৃথিৱীত চক্ৰাকাৰে ঘূৰি ফুৰা সিহঁতৰ গাৰ ছাঁবোৰে মাজে মাজে চোতালখন চুই গৈছিল। আঁতৰৰ অগাইধনি হাবিখনৰ পৰা সগোত্ৰীয় এজাক মলুৱাৰ খেক-খেকনি বতাহত উাঁহি আহি সিহঁতৰ কাণত সোমাইছিলহি। সেই শব্দ শুনিও আনদিনাৰ দৰে তাই অশান্ত হৈ নুঠিল। ভয় শংকাহীন মাখি নে অন্য কিবা সৰু পোক এটাই বাৰে বাৰে উৰি আহি চকুত পৰি তাইক আমনি কৰিছিল। তাই কিন্তু নিৰ্বিকাৰ হৈয়ে থাকিল। মাখিজনী যাতে চকুলৈ সোমাই যাব নোৱাৰে তাৰ প্ৰতি লক্ষ্য ৰাখি তাই কেৱল ঘনে ঘনে চকু কেইটা টিপিয়াব ধৰিলে।

## তিনি

বাঃ !

কি যে অদ্ভুত এই চহৰ !'

টিলিং টিলিং টি-লি-লিং,

পঅঁত পঅঁত,

ভোওঁত—

হেই ভাগ' ভাগ', মৰ যায়েগা চালা।

কি যে মানুহৰ ভীৰ !

ডুগ্, ডুগ্, ডুগ্ : ডুগ্, ডুগ্, ডুগ্ : ডুগ্, ডুগ্, ডুগ্—

কেনে শুৱলা শব্দ। মানুহটোৰ হাতৰ ডম্বৰুটো অবিৰাম বাজিব ধৰিলে। লগতে তাৰ স্পষ্ট গলগৰ্লীয়া মাতটোও বহু দূৰলৈকে শুনা গ'ল :

আহক বাইজ! আস্থন দাদা! আইয়ে ভাইসাহাব! আহক, শাৰী পাতি থিয় হৈ যাওক। বাইদেউ আহক, চাতিটো জপাই লওক। ভন্টি তুমি আগলৈ আঁহা, ভাইটীহঁত শাৰী পাতি বহি যোৱা। নাই, সুজুকাবা। হাবিৰ প্ৰাণী, ধৰা বেছি দিন নাই হোৱা। এতিয়াও পোহ নাই মনা। যদিহে আচোৰ লাগে কেনেবাকৈ/

যাব লাগিব হাচ পাতললৈ। ডাক্তৰ মামাৰ হাঁহিটোহে ভাল/প্ৰকাণ্ড বেজীটোৰ খোচ যমকাল। বঁহা বঁহা, আঁতৰি বঁহা। আহক, আহক ৰাইজ। ডুগ, ডুগ, ডুগ,: ডুগ, ডুগ, ডুগ,—

মানুহবোৰ গোটখাই পৰিল।

এটা ইলেকট্ৰিক লাইটৰ খুটা। তাতে দুদাল দীঘল জৰীৰে বন্ধা—সি আৰু তাই। কাষতে সিহঁতৰ গিৰিহঁত-হাতত ডুগ, ডুগ,, ডুগ, ডুগ, হৰৰ ডম্বৰু আৰু সিহঁতক বেৰি অসংখ্য মানুহ।

একেলগে হ'ম্মান মানুহ!

সিহঁত দুয়োৰে বুকু ভয়ত কঁপি উঠিল।

সিহঁতৰ গিৰিহঁতে কিন্তু ভয় কৰা নাই। তেওঁ অবিৰাম কথা কৈ যাব ধৰিছে:

ডাৰউইনৰ থিয়ৰি অব ইভলিউচন আপোনালোকে নিশ্চয় পঢ়িছে ৰাইজ! মই মূৰ্খ মানুহ ৰাইজ, বেছি কথা নাজানো, পঢ়া-শুনাও তেনেকৈ নাই। চৰকাৰী অফিচত কাম কৰা ডাঙৰ চাকৰিয়াল কোনো মামা-পেহাও নাই। জন্মতেই মই বেকাৰ। হাবিত, জংঘলত অথবা কোনোবা ভদ্ৰলোকৰ বাৰীত লাগনি গছ অৰ্থাৎ আম, কঁঠাল, জাম নতুবা লেতেকু, লিচু গছত ফান্দ পাতি বনৰ বান্দৰ ধৰোঁ। সিহঁতক পোহ মনাওঁ। অঙ্গি-ভঙ্গী, বিহু-নাচ, সত্ৰীয়া নাচ, ভাৰত নাট্যম শিকাওঁ। সিহঁতক চহৰলৈ আনো, ৰাইজক বান্দৰ নাচ দেখুৱাওঁ। ৰাইজে যি দুই এপইচা দিয়ে—তাৰে পেটৰ ক্ষুধা মাৰ নিয়াও, সংসাৰ চলাওঁ। ডুগ, ডুগ, ডুগ,, ডুগ, ডুগ, ডুগ—

মোৰ সংসাৰ নিচেই সৰু ৰাইজ! মই আৰু মোৰ এই দুলু আৰু ৰেণু। সিহঁত এতিয়া চফল ডেকা। বিয়া পতাও হোৱা নাই বেছি দিন! কঁকাল ভাঙি সিহঁতে এতিয়াও নাচে জিম্ জিম্! ভাইটী অলপ আঁতৰি বঁহা। চোৱা, বান্দৰ নাচ চোৱা। উঠ উঠ দুলুভাই! বৌ্ বাইদেৱো উঠা নেগুৰ পকাই।

আৰে দুলু ভাই/ৰাইজক ভচলিম কৰা/নমস্কাৰ দিয়া/আৰে ৱাহ, ক্যা নমস্কাৰ দেখায়া। বহনজী আপ ভী আদাব ৰাখিয়ে। ডুগ, ডুগ, ডুগ,, ডুগ, ডুগ,—(হাত চাপৰি)।

তেওঁ অনৰ্গল বলকি যাব ধৰিলে,

কি নাচ চাব ৰাইজ! বিহু নাচ/সত্ৰীয়া নাচ/নে ফিল্মী দান্স,। বান্দৰৰ নাচ কি চাব ৰাইজ! কিছুমান পাৰত গজা লিডাৰে আজি ছয় বছৰে আপোনালোকক যি বান্দৰ নচুৱা দিলে তাৰ তুলনাত মোৰ দৰে বান্দৰ নচুৱা মানুহৰ বান্দৰে নচা

বান্দৰ নাচৰ সৌন্দৰ্য নিচেই কম। তথাপি মোৰ তুলু আৰু বেণুৱে যদি আপোনালোকক অকণমান হলেও আনন্দ দিব পাৰে মই ধন্য মানিম। ডুগ, ডুগ, ডুগ,—

প্ৰথমে ঈশ্বৰে সৃষ্টি সৰজিলে, ব্ৰহ্মাই সৰজিলে নাম ( লাগ বাদ্ধ নোহোৱা বিহুগীত, ডুগ, ডুগ, ডুগ, ডম্বৰুৰ সংগীত, তুলু বেণুৰ বিহুনাচ, দৰ্শকৰ কিৰিলি, নাচৰ শেহত হাত তালি )।

নাচি নাচি সিহঁত হালেই ভাগৰি পৰিল।

সিহঁতৰ গিৰিহঁত কিন্তু ভাগৰা নাই। তেওঁ অবিৰাম কৈ গৈছে:

বান্দৰ নাচ দেখিলে বাইজ! মোৰ বেণু বোৱাৰী ছোৱালী, তাতে তাইৰ গাত লেঠা। তাইক অলপ জিৰণি লবলৈ দিয়ক। এইয়া এইদাল বচিত এইটো ৰিং ওলোমাই দিছো। তুলু তুলু তুম ইধাৰ আও, জনতাকো চাৰ্কাচ কা খেল দেখাও। আঔৰ বিবিজী আপ ইধাৰ আইয়ে। ডুগ, ডুগ, ডুগ, ·।

বাইজ আপোনালোকে ওস্তাদ খেলুৱৈ তুলু চাহাবৰ অপূৰ্ব খেল চাওক আৰু মেম চাহেবাৰ হাতৰ এই থালত দহ পইচা, বিশ পইচা, আধলা যি পাৰে দান কৰক। বিবিজান ধৰা ধৰা দাদাৰ ভৰিত ধৰা। দিয়ক দাদা, আপোনাৰ জেপৰ সামান্য পাতি পইচাৰে আপোনাৰ একো নচলে। কিন্তু আপোনালোক দহজনে দিয়া দহোটা পইচাই এই নিঃকিন বান্দৰ নচুৱৈৰ বাবে, এই নিঃকিন বান্দৰ হালৰ বাবে এসাজ আহাৰৰ যোগান ধৰিব।

আপোনালোক কিয় পলাই গৈছে বাইজ! আপোনাৰ জেপত পইচা নাই, দিব নালাগে, মোৰ বিবি চাহেবাই নথকাজনক কেতিয়াও আমনি নকৰে। পলাই যোৱাৰ কোনো প্ৰয়োজন নাই। বাইজ নপলায়, পলায় লিডাৰ, সেই লিডাৰ—যি বাইজক ধৰি চাকত ঘূৰাই, ৰাইজক বান্দৰ সাজি নচুৱাই। আপোনালোক পঢ়া-লিখা জনা সুস্থ মানুহ, এই বান্দৰীজনা যিজনীয়ে গভত এটা পুৰঠ সন্তান লৈ দেহৰ ঘাম মাটিত পেলাই আপোনালোকক অকণমান হলেও আনন্দ দিয়াৰ চেষ্টা কৰিলে—তাইৰ ঘামত ভিজা মুখখনলৈ চাওক, এবাৰ মাথোন চাওক। এটা মাথোন পইচা দিয়ক। ডুগ, ডুগ, ডুগ,—

ৰিঙত ওলমি খেল দেখুৱাৰ মাজে মাজে তুলু অন্যমনস্ক হৈ পৰিল। খেল চোৱা মানুহ, তাৰ গিৰিহঁত আৰু দীঘল জৰীৰ ফাঁচ ডিঙিত লৈ মানুহৰ ভৰিত এখন হাতেৰে খামুচি আনখন হাত পইচাৰ বাবে আগবঢ়াই দিয়া বেণুৰ ওপৰেদি তাৰ দৃষ্টি বাগৰি গ'ল। এনেদৰে অন্য মনস্ক হৈ পৰোতে সি এবাৰ ৰিঙৰ পৰা সৰিও পৰিল।

গিৰিহঁতৰ হাতৰ মাৰ খোৱাৰ ভয়ত সি পুনৰ একেজাপে ৰিংটোলৈ উঠি গ'ল।

কিন্তু লগে লগে অতি বিস্ময়েৰে সি লক্ষ্য কৰিলে যে—এতিয়া আৰু তাৰ ভিতিত জৰীৰ ফাঁচটো নাই। বৃিত্তত উঠি খেল দেখুৱাবৰ বাবে গিৰিহঁতে তাৰ ভিত্তিৰ পৰা জৰীদাল কেতিয়াবাই আঁতৰাই দিছে। কথাটো উপলব্ধি কৰাৰ লগে লগে সি উত্তেজনাত ঠক ঠককৈ কঁপিব ধৰিলে। সুযোগ জীৱনত ডুবাৰ নাহে। নাচ, খেল, বেহু, গিৰিহঁত—এই আটাইবোৰৰ কথা সি মুহূৰ্ততে পাহৰি পেলালে। বিংটোৰ পৰা সি মনে মনে নামিল আৰু তাৰ গিৰিহঁতে তলকিব পৰাৰ আগতেই সি ইলেক্‌ট্ৰিক লাইটৰ খুটাটোৰ ওপৰলৈ উঠি গ'ল।

অনৰ্গল কথা কৈ যোৱা বান্দৰ নচুৱা মানুহজন ঠমকি ৰ'ল। অলপ আগতে আৰম্ভ কৰা বান্দৰৰ পৰা মানুহ হোৱা বিৱৰ্তনৰ সূত্ৰটোও তেওঁৰ ওঁঠতে হেৰাই গ'ল।

ডুলু! নামি আহ ডুলু! আৰু উঠি নাযাবি, জাননে সেইদাল কি? আহ, নামি আহ ডুলু।

বান্দৰ নচুৱা মানুহজন অস্থিৰ হৈ উঠিল

তললৈ ঘূৰি চালে ডুলুৱে।

অসংখ্য মানুহ।

গাড়ী চলিছে মটৰ চলিছে।

কি যে অদ্ভুত এই পৃথিৱী! ইমান মানুহ, ইমান গাড়ী, ইম্মান মটৰ।

অলপ দূৰতে এজোপা গছ আছে, তাৰ কাষতে আৰু এজোপা, অলপ সিফালে আৰু এজোপা। খুটাটোৰ একেবাৰে ওপৰলৈ উঠি তাঁৰে তাঁৰে অকণমান বগাই যদি প্ৰথম গছ জোপাৰ ওপৰলৈ জপিয়াই দিব পাৰি—তাক আৰু কোনোও ধৰিব নোৱাৰিব।

খন্তেক জিৰণি লৈ সি মনত সাহস গোটাই ললে। তাৰপিছত বগুৱা বাই ওপৰলৈ উঠি তাঁৰ ডুদালত ধৰিবলৈ হাত দুখন আগবঢ়াই দিলে।

(প্ৰতিবাদ / ১৯৮২)

# শেষ আশ্ৰয়

এই অঞ্চলত টিলিঙা দুটাই আছে। তাৰে এটা আছে দেওখানৰ ভোবোলাৰ ভিঙিত।

সি যেনিয়েই যায় তেনিয়েই টিলিং টালাং শব্দটো আগে আগে যায়।

'টিলিং টালাং' এই চিনাকী শব্দটো শুনিলে বুঢ়ী-ঠেৰী আটায়ে দুৱাৰখন হেচুকী চাই, আৰৈ চাউল এমুঠি 'প্ৰভু! কিনো দিম, কিনো থম' বুলি হাঁয়ে বিয়েকৈ যাচে, তাকে মোকোৰা মোকোৰে চোবাই ভোবোলা আঁতৰি যায়।

ভোবোলাৰ খং-ৰাগ তেনেকৈ নাই। কেঁচুৱা এটায়ো লপৰ থপৰকৈ আহি তাৰ বৈ পৰা দীঘল গোফ কোচাত ওলমি চাই।

আনটো টিলিঙা আছে হৰিবাপুৰ হাতত।

এইটো অংশে আগৰটোতকৈ আকাৰত ডাঙৰ আৰু ওজনতো বেছি। শব্দটোও গহীন, টিলিং-টিলিং। শব্দ আৰু ছন্দৰ পাৰ্থক্যটো বুজিব পৰা সকলে দুৱাৰ নেমেলাকৈয়ে গম পায়, বাপুদেউৰ চাউল কঠাও মুকলি হৈছে।

আজি পদূলি পাৰ নৌ হওঁতেই চিনাকী প্ৰশ্ন এটি ওফৰি আহিল।

"হৰিবাপু! আহিলনে গ'ল?'

যিমানেই শ্লেষপূৰ্ণ নহওক কিয়, এনেবোৰ প্ৰশ্নক হৰিবাপুৱে সহজভাৱে লৈ অত্যন্ত বিনয়েৰে প্ৰশ্ন অনুসৰি উত্তৰ একোটি দিয়ে।—এই বিনয়ী ভাব ভংগীৰ বাবেহে বাপুদেউৰ জীৱিকাৰ একমাত্ৰ গোমুটিথন কেলঢোপ কেলঢোপকৈ হলেও জীয়াই আছেগৈ।

হাতত টিলিঙা লৈ ওলালেই হৰিবাপুৱে আকাশ পাতাল গমিবলৈ ধৰে অতীজৰ পুৰঠ দিনবোৰলৈও মনত পৰে। কি যে দিনকাল পৰিল, হে প্ৰভু!

পিতৃ পুৰুষ কণ্ঠবাপুৰ পৰাই বেদমন্ত্ৰ কণ্ঠস্থ আৰু যাগ যজ্ঞৰ পদ্ধতি হৃদয়ত তুলি লৈছিল হৰিবাপুৱে। আক্ষৰিক জ্ঞানহীন হৰিবাপুৱে কষ্টও কম কৰা নাছিল। কৰ লাগিব সাধনা বুলিহে। নিপুণ শিপিনীয়ে যেনেকৈ নানা তৰহৰ ফুল-জালি এধৰ এধৰকৈ চিকুটি চিকুটি চানেকিত তোলে, বাপুৱেও তৎ সদৃশ ধৈৰ্যৰে নিচেই ফুকলীয়া কালৰে পৰা পিতৃ পুৰুষৰ পিছে পিছে ছাটোৰ দৰে লাগি থাকি এটা এটাকৈ অথচ যথাসম্ভৱ নিভুৰ্লভাৱে প্ৰতিটো বেদস্তুতি, পদ্ধতিৰ প্ৰতিটো খুটি-নাটি আয়ত্ত কৰি লৈছিল।

পূৰ্ব-পুৰুষ কণ্ঠবাপুৰ দিনলৈকে অন্ততঃ লাট মণ্ডলৰ দৰে এই অঞ্চলৰ বাপুসকলৰো নিজ নিজ একোটি লাট আছিল। অৱশ্যে নিজ নিজ লাটৰ ওপৰত অধিকাৰ অধিক হলেও আজি-কালিৰ ডাক্তৰৰ 'ফিল্ড'ৰ' দৰে বাপুসকলৰো একোখন ফিল্ড নিজ বিদ্যা বুদ্ধিৰ গুণত তৈয়াৰ হৈছিল আৰু 'ফিল্ড' অৰ্থাৎ পথাৰ এখন তৈয়াৰ হোৱাৰ পিছত ঘাঁহ খেৰৰ অভাৱ নপৰিছিল।

হৰিবাপুৱে ভাবে আৰু ভাবি হুমুনিয়াহ কাঢ়ে।

ক'ৰ দিন কলৈ গ'ল ? দিন কালো যে কি দৰে সলনি হ'ল !

বাপুসকলো সংখ্যাত কমি কমি কানিৰ টিকিৰা হেন হ'ল।

এতিয়া হৰিবাপু নিজেই এখন বিশাল বিপ্ৰ ৰাজ্যৰ অধিপতি।

উত্তৰে দিখৌমুখ, দক্ষিণে মেজেঙা-গেলেকী, পূবে মেচাগড় আৰু পশ্চিমে সোমদাৰ-দিক্‌চৌলৈকে এই বিস্তৃত অঞ্চলত বৰ্তমানে হৰিবাপুৰেই হ'ল একমাত্ৰ হৰ্তা কৰ্তা-বিধাতা।

পিছে, হলে হ'ব কি ?

মানুহৰ ভাৱ-ভক্তি কমিল।

কলা গাহৰ সলনি পাঁচ মহা, সোণৰ সলনি সাত সিকি –এইবোৰতো আগৰ পৰাই চলি আহিছিল। এতিয়া আকৌ বজাৰৰ দোকানত পূজাৰ ধুতি ( চাৰি হতীয়া ), পূজাৰ গামোচা ( এবেগেত ), পূজাৰ ধূপ ( গোবৰ গোবৰ গোন্ধোৱা )—এইবোৰো নতুনকৈ ওলাল। বিয়া একোখনত দিনক ৰাতি কৰি খাটিলেও ধুতিযে গামোচাই উপঢৌকনেৰে মিলিও দুদিনৰ দিন হাজিৰাও নিমিলে।

গাঁৱৰ মাজ পাওঁতেই কোনোবা এজনে ৰিং মাৰি সুধিলে ?

"হৰিবাপু ! অনানে দিয়া ?"

বাপুঁইত পাঁচ ভাই।

পিছে পিতৃ পুৰুষৰ বিদ্যা ফেৰা ললে কেৱল হৰিবাপুৱেহে।

বাকী চাৰি ভাইৰ দুই পঢ়ি শুনি গাঁও এৰি চহৰৰ বাসিন্দা হ'ল। অন্য দুইৰ এক মতিভ্ৰম ঘটাত দেশ এৰি দেশান্তৰী হ'ল। দুমলীয়া নোমলে যেনিবা কোনো এক শক্তিমান পুৰুষৰ হাতে পাৱে ধৰি সোমাল শিৱসাগৰৰ কেচাৰীৰ পিয়ন, পিয়ন ঠিক নহয়— টেকেলা। হৰিবাপুৱে জনাত নোমলৰ অৱস্থাই এতিয়া কেউটাৰ ভিতৰত উত্তম।

"হৰিবাপু ! হালৰ গৰু এটি হেৰাল। গুৱা-পাণ এটি বান্ধি থৈছো।"

হৰিবাপুৱে দিহা এটি দিলে

হাল গৰুতো বাদেই কঠবাপুৰ মাটি-বাৰীও নাছিল, থকাৰ ভিতৰত আছিল ভেঁটিটো। নোমলে কিন্তু নিজাকৈ ৰূপিত মাটিও কৰিলে বাৰ হালিচা। ঘৰো কৰিলে ভাল, তলিত ইটা, ওপৰত টিং।

আই—ককাইৰ কথা। হওঁক, সিমানেই হয়, সিমানেই বং। কিন্তু যিটো কথাই হৰিবাপুৰ মনত নোমলৰ প্ৰতি বিষৰ সৃষ্টি কৰিলে—সেইটো হ'ল—আৰ্থিক নহয়, সাংস্কৃতিকহে।

প্ৰথমৰে পৰা হৰিবাপুৰ প্ৰতি নোমলৰ হেয় জ্ঞান আছিল স্পষ্ট। তাৰশ্চে হেয় জ্ঞান আছিল আচলতে পিতৃ পুৰুষৰ বৃত্তিটোৰ প্ৰতিহে। তথাপি এয়ে সেয়ে মিলি সময়ৰ যুৱকত গৈ এই হেয় মান্যতা আৰু বিৰোধে ব্যক্তিগত পৰ্যায়ো পালেগৈ। হৰিবাপুৰ মনত আটাইতকৈ দুখ লোমাল তেতিয়া যেতিয়া গৈ নোমল 'কৃষ্ণ শংকৰী' অৰ্থাৎ কৃষ্ণ বৰাৰ 'শীষ' হৈ আহিল আৰু অহাই নহয়—কৃষ্ণ শংকৰ্বাৰ ধৰ্মমত ৰাইজৰ মাজত বিয়পোৱাৰ 'এজেণ্ট' ( হৰিবাপুৰ মতে ) হৈও পৰিল।

পিছে বছেৰেক মুঘৰোতেই শংকৰা পাৰ্টিত ফাট-মেলিল। হ'ল চুমু আৰু চুমুথু। কৃষ্ণ শংকৰা চুমুথুৰ আৰু নোমল টেকেলা চু-থু পাৰ্টিৰ 'কেবিনেটৰ' মেম্বৰ হৈ ৰহিল।

হৰিবাপুৰে এইবোৰৰ বেছি ভাগ নাপায়, তথাপি আলেডে আলেডে বুজ লৈ গমি পিহি যি পালে সেয়া হ'ল কথা বেলেগ। তেওঁ যি বুজি পালে 'শংকৰা য়ে মানুহৰ মাজত বিভাজন আনিলে আৰু -

শিলগুটি এটাত উজুটিয়াই বাপু ঠমকি ৰ'ল।

"আৰু কি ?' নিজৰ মনতে তেওঁ জুকিয়াই চালে।

"আৰু ই এটা উৎকট ব্ৰাহ্মণ বিৰোধ। সংকীৰ্ণ কাৰবাৰ।

"হৰিবাপু, ভজা নে পোৱা ?'

কেৰাহাকৈ চালে হৰিবাপুৱে।

কালুগাওঁৰ নিমাখিত দোকানিৰ সৰুটো পুতেক পোণা।

কালিৰ ল'ৰা। পঢ়া-শুনা এৰিলে, এতিয়া খিতিঙালী কোবাই-ফুৰাই কাম। সিও আৰু বাপুক 'ঠাট্টা' কৰি সোধে, ভোজভাত নে দহা-পিণ্ড।

বাপুৰ খং উঠে পেটত। মুখত হাঁহি এমোকোৰা থাকেই। তাকে আৰু অকণমান বহলাই হৰিবাপুৱে কলে, ভজা-পোৱা নহয় অনাহে।

"ক'তৰা ? পোণাই সুধিলে।

"ওপৰ লোণপুৰীয়াৰ পিনাকী মহৰিৰ পুতেক।"

"ডাক্তৰটো নেকি ?"

হৰিবাপুৱে কথা চহকী চেলেপুটোৰ লগত কেপকেপাই থাকিবলৈ টান পাই 'হয়' বুলি মূৰ জোকাৰি নিজৰ বাস্তাৰে বেগ লবলৈ ধৰিলে।

কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ। তাকে চিন্তিহে হৰিবাপুৱে লোণপুৰীয়ালৈ গুলোৱা বুলি আসৈ মাতিছিল। পিছে অলপ দূৰ আগবঢ়াৰ পিছতে গম পালে, বাঘে এৰিলেও ছাগে নেৰে। সি বেটাই তেওঁৰ লগ এৰা নাই।

"হৰিবাপু কথা এৰাৰি কওঁ, দায় দোষ নধৰিবা আক'।"

খোজ দিবলৈ এৰি বাপুৱে পোণাৰ ফালে উৰ্ভাত পোন্দোৱাকৈ চাই কাণ দুখন সজাগ কৰি তুলিলে।

হৰিবাপুৰ ধংটো ঠিক ফেপেৰা পাতি ধৰাৰ দৰে হোৱা বাবে পোণাও কিছু সময় তভক মাৰি ৰ'ল। কিন্তু তাৰ পিছতে কোনো ধৰণৰ থকা-খন্দা নলগাকৈ সি কব ধৰিলে।

"তোমালোকৰে ভাগ্য হৰিবাপু, এম বি বি এচ ডাক্তৰ ? তথাপি তুমি বেদ বাক্য নপঢ়ালে যে তেওঁৰ হাড শুচি নহয়।"

বাপুৰ দেহৰ শীৰ্ষভাগ গৰম হৈ উঠিল। কাণ-দুখন জ্বলিব ধৰিলে আৰু মুখখনেও সঘনে বঙা ক'লা বৰণ সলাবলৈ ধৰিলে।

সিফালৰ পৰা কোনোবা এটা আহিছিল।

"হৰিবাপু গয়া-কাশী নচলানে ?"

হৰিবাপুৱে মিচিকিয়াই হাঁহিলে, কিন্তু হা-না একো নক'লে।

মাজতে অনাটনত পাৰি হৰিবাপুৱে বিধবাৰ দল গয়া কাশীলৈ অনা নিয়া কৰাৰ দৰে ব্যৱসায় এটিতো হাত দিছিল। কিন্তু মুণ্ডন কৰা বিধবাৰ যুবক লৈ হোৱা স্ফূৰ্তি তামাচাই আৰু ইতিকিংঙে হৰিবাপুৰ অস্তিত্বকে বিপন্ন কৰিবলৈ লোৱাত এই ফেৰা বৃত্তি বাপুৱে একেবাৰেই এৰি পেলালে।

নিমাখিতৰ পুতেক আঁৰ হোৱাৰ লগে লগে হৰিবাপুৱে দিশ সলাই খোলোক উকিলৰ ঘৰলৈ বুলি বাট লবলৈ ধৰিলে।

খোলোক উকিল আচল উকিল নাছিল।

কিন্তু তেওঁৰ পুতেক গোলোক কিতাপ পাছ কৰা সঁচাসচি উকিল।

লিখা-পঢ়া জনা অথবা ডাঙৰ চাকৰি কৰা লোক বহুতেই আছে, কিন্তু গোলোকে এই গাঁও কেইখনৰ বাবে যিমানখিনি কৰিছে তাৰ তুলনা নাই। হৰিবাপুৱেও বহু দিনৰ পৰা ভাবিছে, ভাবি অৱশেষত আজি সঁচাসচিকৈ লাজ মান কাটি কৰি থৈ

আহিছে। তাতে যোৱা নিশা যিটোহে কাণ্ড ঘটিছে! এই ঘটনাই বাপুৰ মনৰ শেষ আশাকণো যেন ধূলিসাৎ কৰি পেলাইছে।

উকিলৰ পৰিয়ালত পূজা-সেৱা নচলে। সেয়ে এই দিশে বাপুৰ পথ বন্ধ। এই চামত হোৱা বিয়া-বাৰু আটাই কেইখনেই হৈছে কাছাৰীৰ নিয়মত। আনকি খোলোক উকিল ঢুকাওঁতেও গোলোক দহা-পিণ্ডলৈ দূৰৰ কথা যুৰৰ চুলি কেইদালো পিতৃ পুৰুষৰ নামত উছৰ্গা নকৰিলে।

বেঙাবোৰ চুটি কৰি, বেগ কমাই হৰিবাপুৱে মূৰটো ঠাণ্ডা কৰিবলৈ চেষ্টা কৰিলে।

গোলোক ঘৰতেই আছিল।

"তই মোৰ এটা উপকাৰ কৰ।'

হৰিবাপুৱে বৰ কৰুণ চাৱনিৰে গোলোকৰ মুখলৈ চালে।

"কোৱাছোন বাৰু।'

ক্লেনেকৈ যে আৰম্ভ কৰিব ভাবি নাপাই হৰিবাপু অলপ সময়ৰ বাবে নিতাল মাৰি ৰ'ল।

"নোমলক জানো তয়ে চাকৰিটো যোগাৰ কৰি দিয়া নাছিলি?'

নোমলৰ স্বভাৱ চৰিত্ৰ সম্পৰ্কে গোলোক উকিল জ্ঞাত। সিয়েবা আৰু' কি লেঠা লগাইছে?

"তয়ে যোগাৰ কৰি দিয়া চাকৰি।' হৰিবাপুৱে কৰ ধৰিলে, এতিয়া গাঁৱত তাৰে অৱস্থা ভাল। মোক সিমান ডাঙৰ নালাগে, টুক টাকুকৈ চলিব পৰা বিধৰ কিবা এটা হ'লেই হ'ল।

গোলোক যেন আকাশৰ পৰাহে পৰিল।

"এই বয়সত তোমাক আকৌ চাকৰি কিয়?"

"মোৰ দিন কাল নাই। ল'ৰাটোকে গোজা মাৰি দে। আগলৈ পিছলৈ বুলিবলৈ এটাই ল'ৰা। হাইস্কুল পাচ কৰাৰ পিছত এতিয়া এনেয়ে বহি আছে। পঢ়াবলৈ-শুনাবলৈও মোৰ অৱস্থা দেখিছই। দিন ভিক্ষা, প্ৰাণ ৰক্ষা। মাজে মাজে মোৰ লগত দহা কাজলৈ যায়।

বজাৰ জুই লগা।

তথাপি একে উশাহে কথাখিনি কৈ হৰিবাপুৱে আশাৰে গোলোকৰ মুখলৈ চালে।

"আৰু কেইবা ঠাইতো খেপিয়াইছোঁ, কিন্তু তোতহে আশা।"

কৈয়ে হৰিবাপু বহাৰ পৰা উঠিল আৰু গোলোকে হা-না কিবা এটা কোৱাৰ আগতেই গজং গজংকৈ অহা বাটে উভতি যাব ধৰিলে।

ভেকোলা চুকৰ বান্তাৰ দাঁতিৰ শিলিখাজোপাৰ তলত অথনিৰ দৰে এতিয়াও আধা পোৰা খৰি আৰু ফুট-ছাইবোৰ সিঁচৰিত হৈ আছিল। ঠিক সেইখিনি পাই হৰিবাপু অকণমান সময় তভক মাৰি ৰ'ল। অকণমান আঁতৰত এখিলা চিৰিলা চিৰিলি হোৱা নিচিৰিওৱা কলপাতত চমকা চমক তেজৰ চেকুৰাও লাগি আছিল।

হৰিবাপুৱে জানে, এইয়া কিহৰ তেজ ?

হয়তো অলপ সময় ভালকৈ বিচাৰিলেই ধূলি মাকতিৰ মাজত কৰোবাত চিটিকি পৰি থকা পিতলৰ ধুনাঁয়া সৰু টিলিঙাটোও বিচাৰি পোৱা যাব পাৰে।

( নতুন দৈনিক / ১৯৮৮ )

# শংকৰ গুৰু আমাৰে

'দুখীয়া অন্ধ মানুহ দাদা,

দহ পাঁচ পইছা -

দান কৰি যাওঁক দাদা'

বুঢ়াভকতে গীতৰ সুৰত কৈ কৈ ঠিক এইখিনি পাওঁতেই সকৰে এটা কৰুণ সুৰেৰে কয়, 'অন্ধ দুখীয়া মানুহক দহ পাঁচ পইছা দান কৰিলে বিফলে নাযায় দাদা।'

মানুহবোৰ যে কি কিৰ্পণ '

দান-ধৰ্মৰ কথা। তথাপি সিহঁতৰ হাতবোৰ জেপত সোমাব নিবিচাৰে। যদিহে কাৰোবাৰ হাত এখন সোমায়ো, তেন্তে ওলাই আহিব ঠিক পাঁচ বা দহোটা পইছাহে।

আচৰিত। আচৰিতভাৱে কিৰ্পণ মানুহবোৰ।

ঘৃণাত নাক কোঁচ খাই যায়, থু পেলাই দিয়ে সকৰে।

বুঢ়া ভকতে অৱশ্যে কয়, 'হেই সক। বহছোন বহ। তহঁ মই কিবা বুটাইনে? সংসাৰখন ভাঙ্কাৰীৰে ভৰিল। মানুহেনো আৰু কাক কিমান দিব?'

কথাটো মিছা নহয়।

সকৰে সিদিনা নিজেই দেখা পালে, ভদ্ৰেশ্বৰ আৰু সাবিত্ৰী, দেউতাক আৰু জীয়েক, দুয়ো সমানে ভিক্ষা মাগিছে জাহাজ ঘাটত।

সিহঁতক দেখা পায়েই সকৰে বুঢ়া ভকতক কাণে কাণে ক'লে, বুঢ়া ভকত শুনিছানে? সৌটো ভদ্ৰেশ্বৰ, নগৰত যোৱাবাৰ গা-ভৰা জীয়েকজনী। কি-বা নাম আছিল তাইৰ? —সাবিত্ৰী নে কি?

বুঢ়া ভকতে ইচ্ ইচাই উঠিল, 'মোৰ হাতত ধৰ সক, পলা পলা ইয়াৰ পৰা। কেনেবাকৈ দেখিব ন'গিলে লাজ মান সকলো যাব।

ভিক্ষাৰীৰো আকৌ লাজ!

থিক্ থিক্কৈ হাঁহি পেলালে সকৰে। তথাপি বুঢ়াভকতৰ উচ্ পিচনিখন সহিব নোৱাৰি সি আঁৰলৈ আঁতৰি আহিল।

'দুখীয়া অন্ধ মানুহ দাদা'—

দেখে বুলি লাজত পলাই আহিলেও বুঢ়া ভকতে কিন্তু কথাটো পাহৰি নেপেলালে। বাছ ষ্টেচনৰ দীঘল প্লেটফৰ্মখনৰ এমূৰতে তেওঁলোক দুয়ো নিশা হ'লে শোৱে। বুঢ়া

ভকত অন্ধ, নিশা-দিন বুলি কোনো কথা নাই। সকৰে দিনটো মাগি খুজি অনা টকা কেইটাৰে খোৱা বস্তু এটোপোলা গোটাই আনে। দিনটো খোজকঢ়াৰ ভাগৰ ; ভগাই বটাই খাই দুয়ো টোপনিত ঢলি পৰে।

সেইদিনা পিছে ভালেমান নিশালৈকে বুঢ়াভকতৰ টোপনি নাহিল।

'অ' সৰু, সৰু অ'।'

সৰুৰ কিন্তু সাৰ-সুৰ নাই।

বুঢ়াভকতে নিজে নিজেই ভবা-গুণা কৰিবলৈ ধৰিলে, ভদ্রেশ্বৰৰ লেখীয়া কৰ্মী মানুহৰে এই অৱস্থা। আৰু বা ক'ত আছিছে চহৰলৈ, কি ঠিক ?

চিলমিলকৈ টোপনি আহে, কিন্তু পুনৰ সাৰপাই উঠে বুঢ়াভকতে। গাটো ঘামে, ঘামি জোল বৈ যায়। ছিঃ, সিনো দুৰ্কপলীয়াই গাভৰু ছোৱালীজনী এই দিন— ডকাইতখনৰ বাজালৈ লৈ আহিব লাগেনে ? ক'ত বা আছে সিহঁত ? খাইছে বা কি ?

'অ' সৰু, সৰু অ'।'

খেং খেঙাই উঠে সৰুৱে 'শুই থাকা, শুই থাকা।'

'নহয় অ' সৰু', বুঢ়াভকতে কয় 'এই ভদ্রেশ্বৰটো'—

'খোৱা খোৱা তোমাৰ ভদ্রেশ্বৰটো।' ইলুটি হৈ শুই সৰুৱে গেৰ্ঙেৰি মাৰে, নিজৰ পোকবেই টেক্-টেকায়া, শুই থাকা। দিনটো মাগিলেহে ভাত মুঠিৰ যোগাৰ হয়। শুই লোৱা, ভাগৰ নপলালে মৰিব লাগিব।

কথাটো মিছা নহয়।

ভাগৰ নপলালেই মৰিব লাগিব।

কাচাৰীৰ বাছ বখা ঠাই টুকুৰাহে অলপ ভাল। এক মিনিট, দুই মিনিটৰ অন্তৰে অন্তৰে একোখনকৈ বাছ আহে, আধা মিনিট ৰয়। যাত্ৰীৰ ভীৰো ইয়াত বেছি। উপাৰ্জনৰ কাৰণে ঠাই টুকুৰা ভাল। কিন্তু ভিক্ষাৰীৰ সংখ্যা ইয়াত বেছি। কণা খোৰাৰ সংখ্যাও ইমানেই বেছি যে বুঢ়া ভকতৰ ভিক্ষা মগা 'গীত ফাঁকি'ও অচল হৈ পৰে।

তাৰ উপৰি চিনাকি মানুহৰ সতে ভেটা-ভেটি হোৱাৰ আশংকাও বেছি।

সেয়ে চৰণক সাক্ষা কৰি ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি ফুৰাটোকে বাচি লৈছে বুঢ়াভকতে। সকৰে অৱশ্যে মাজে মাজে কয়, বুঢ়া-ভকত এইটো হ'ল নিবু'দ্ধিতাৰ কাম।'

বুঢ়াভকতে সোধে, 'কি নিবু'দ্ধিতাৰ কাম অ' ?

'বুদ্ধিয়ক ভিক্ষাৰীয়ে ঘূৰি ফুৰে। এঠাইতে বহি থাকে। গাত কষ্ট পায় কম।'

'হ'ব হ'ব দেছোন।'

'কি হ'ব বুঢ়াভকত?'

বুঢ়াভকতে কয়, আমি কিবা সদায়ে ভিক্ষা কৰি থামনে? বান আহিছে, শুকাব। কেইদিন মান যাওঁক, গাঁৱলৈ ঘূৰি যাম।

'খাবাগৈ কি?' ভেকাহি মাৰি সৰুৱে কয়, বালিৰ চট পৰি গোটেইখন শেষ। খেতিৰ মাটি এডবাও বাকী নাই। ইয়াত যেইহওঁক দিনটো মাগিলে এসাজ ভাতৰ যোগাৰেই হৈছে।

বুঢ়াভকত মনে মনে থাকে।

মনে মনে গুণা-গঁঠা কৰে, ভিক্ষা নকৰাকৈ এমুঠি যোগাৰ কৰাৰ উপায় এটি নোলাবনে?

মাজতে দুয়ো সোমাল হোটেলৰ কামত।

কাপ-প্লেট ধোৱা কাম।

কামটো বেয়া নহয়। থাহ বৈ মাহে বিশ টকাকে দৰমহা। মাগিলে কেৱল খোৱা কেইটাহে কেনেবাকৈ যোগাৰ হয়গৈ। তাতকৈ এই কামেহে ভাল।

পিছে দুদিনতে দুয়োকে আমুৰালে।

সৰুৱে স্বাভাৱিকভাৱেই খেং খেঙাই উঠিল, নকৈাছলোনে তোমাক! দিন নাই, ৰাতি নাই, কেৱল ধুই থাকা লেতেৰা কাপ-প্লেট, মানুহে খোৱা জুঠা। নাথায় থাকিব পাৰি, কিন্তু এনেকৈ গাধৰ দৰে কিমান দিন খাটিবা?

এৰি দিলে হোটেলৰ কাম।

আকৌ সেই ভিক্ষাৰ জোলোঙা।

সৰুৱে আকৌ প্ৰস্তাৱ দিলে, এনেকৈ ঘূৰি ফুৰি ভিক্ষা কৰা নাযায়। এঠাইত বহিব লাগিব।

কিন্তু বহাতো অসুবিধা অনেক।

তাৰ উপৰি সৰু মানুহটো দেখাত একেবাৰে সুস্থ। খোজ কাঢ়িলেহে মানুহে গমপাই লেঙেৰা বুলি। বহি থাকিলে তাৰ প্ৰতি কাৰনো পুতৌ জাগিব?

ঠিক ৰেল ষ্টেচন আৰু বাছ ষ্টেচনৰ মাজৰ ঠেক গলিটোত এহাল মগনীয়া বহে। এটা মুছলমান, আনটো হিন্দু। সেইফালেৰে গলেই কাণত পৰে—

আল্লা, ৰাম

আল্লা, ৰাম

আল্লা, ৰাম—

ভিক্ষাৰীৰ আৰু কি জাত-পাত আছে। সেইফালেৰে গলে দুয়ো খন্তেক থমকি ৰয়। বুঢ়াভকতে কাণপাতি শুনে সৰুৱে ৰ' লাগি চায়। ভিক্ষাৰীৰ জাত-পাত নাথাকিব পাৰে, ভিক্ষা দিয়া বিলাকৰ কিন্তু জাত আছে। ৰামৰ এলুমিনিয়ামৰ থালত হিন্দুৰ আৰু আল্লাৰ থালত মুছলমানৰ পাচ পইছা, দহ পইছা অথবা কেতিয়াবা হঠাতে এটা সিকি বা আধলি ছিটিকি পৰে।

ৰাম আৰু আল্লা দুয়োজনেই অন্ধ।

পইছাৰ প্ৰতি যেন দুয়ো উদাসীন, যেন ভগৱানৰ সেৱাতেহে উছৰ্গিত দুটি প্ৰাণ।

আল্লা, ৰাম

আল্লা, ৰাম

বুঢ়াভকতে দুখেৰে মাতে, 'সৰু অ সৰু।'

সৰুৱে দুখেৰে কয় 'বুঢ়াভকত' আমি যে দুয়ো হিন্দু। তাতে শুন্দৰীদিয়া সত্ৰৰ শিষ্য।'

বুঢ়াভকতে আমন জিমনকৈ কয়, 'সৰু মোক হেনো আতাৰ পৰা দেখিলে মুছলমান মুছলমান যেনেই লাগে, হয়নে বাৰু?'

'থোৱা থোৱা বুঢ়া ভকত', খং উঠি যায় সৰুৰ। সি কয়, 'অথন্তৰত পৰিলো বুলিয়েই মেলেছ ঈশ্বৰৰ নাম লবানে?'

বৰ কষ্টৰ ব্যৱসায়!

মাজে মাজে দুয়ো বৰ বেয়াকৈ ভাগৰি পৰে।

উপাৰ্জনো সেই। কেতিয়াবা তিনি টকা, খুব বেছি চাৰি টকা। চাৰি টকা হলেই খুচুৰা পইছাবোৰ ছিটি বাছৰ কণ্ডাক্টৰৰ লগত সলাই লয় সৰুৱে। এই কায়দাটো সি শিকি লৈছে। চাৰি টকাৰ খুচুৰা দিলে পাচ টকীয়া নোট এখন পায়, নগদ এটকা লাভ। কিন্তু তাৰেও কোনো মতে দুজন মানুহৰ পেট নভৰে।

ৰৰনদীৰ পাৰতে মন্দিৰ এটা আছে, কি জানো নাম? পুৰা মানুহৰ ভীৰ লাগে, বন্ধৰ দিনত ভিৰটো হয় অলপ বেছি। বুঢ়া ভকতৰ কথা মতে দুয়ো এদিন পুৱাতে মন্দিৰৰ পদূলি পালেগৈ।

হাত-ভৰি নথকা ভিক্ষাৰীৰ সংখ্যাই ইয়াত সৰহ। যিবোৰৰ হাত-ভৰি আছে— সেইবোৰৰ গাত আছে কিছুমান কুৎসিৎ গেলা ঘা। ভিক্ষাৰীবোৰে নিজৰ নিজৰ ক্ষত চিনবোৰ মানুহৰ চকুত পৰাকৈ উলিয়াই থয়। যাৰ ক্ষত গভীৰ তাৰ থালতহে দুপইছা বেছিকৈ পৰে।

নিশা সৰুৱে কওঁ নকওঁকৈ কলে, 'বুঢ়াভকত !

'হু - উ—উ !'

'গাত এটুকুৰা ঘাকে থকা হলে ।'

বুঢ়াভকতে কলে, কিছুমানে দেখোন এনেয়ে ফটাকানি এঁসোপা বান্ধি লয় । সবৰে কিবা ঘা আছেনে ?

সৰুৱে দুখ মনেৰে কলে, ভিক্ষা মগাই পাপ, তাতে আকৌ ফাঁকি দি ভিক্ষা বিচৰা ? মন নাযায় দেখোন বুঢ়াভকত ।

এনেকৈয়ে কিছুদিন পাৰ হৈ যায় ।

এদিন নিশা গুৱৰ বাবে বাছ ষ্টেচনলৈ ঘুৰি আহোতে দুয়োৰে যথেষ্ট পলম হ'ল ।

মানুহৰ ভিৰ পাতলিছে ।

আগে আগে সৰু, পিছে পিছে সৰুৰ লাখুটিত ধৰি বুঢ়াভকত ।

হঠাতে সৰুৰ লাখুটিত টান পৰিল ।

বুঢ়াভকতে কলে, 'চাচোন সৰু, কোনো গায় ?'

সৰুৱে ভোৰভোৰালে ।

এজনী তিৰোতা । বয়সে ভাটি দিছে ! চকু দুটা সম্ভৱ অকামিলা । বাস্তাৰ দাঁতিত কঠ এখন পাৰি মানুহজনীয়ে একান্ত মনে গাব ধৰিছে—

তই জলে নাযার—

অ' তই কলংকিনী বাধা—

কদম গছে উঠি আছে'.....

বুঢ়াভকত নিশ্চুপ মাৰি ৰ'ল । হঠাতে তেওঁ এবাৰ সৰুক সুধিলে, 'তিৰোতাজনী অসমীয়া, নহয়নে সৰু ?'

সৰুৱে একো উত্তৰ নিদিলে ।

কিছু সময়ৰ পিছত বুঢ়াভকতে সৰুক পুনৰ সুধিলে, 'সৰু ! তিৰোতাজনীৰ লগত কোনোবা আছেনে ? তাই অকলশৰীয়া নহয়নে ? বেচেৰী !

তাৰপিছত কঁকালৰ খুচনিৰ পৰা নোট এখন উলিয়াই সৰুৰ ফালে আগবঢ়াই দিলে, চাচোন সৰু, এটকীয়া হয়নে ? যা যা বাপু, যা । টকাটো মানুহজনীক দি আহগৈ । বেচেৰী !

পিছদিনা অভ্যাসবশতঃ সৰুৰ মুখৰ পৰা ভিক্ষা মগা 'গীত'টো ওলাই অহাৰ

আগতেই বুঢ়াভকতে সকক বাধা দি কলে, 'সক' আজিৰ পৰা আমি আৰু ঘূৰি ফুৰো। এঠাইত বহিম, বহি বহি ভিক্ষা মাগিম।

সকক বিপাঙত পেলাই চহৰৰ আটাইতকৈ জনাকীর্ণ ঠাই টুকুৰালৈ গৈ বুঢ়াভকতে বহিবৰ বাবে ঠাই অকণমান উলিয়াই ললে। তাৰপিছত কোনোবা নেদেখা এজনৰ প্রতি প্রণাম জনাই ৰাগ জুৰিলে,

হৰি ৰাম ৰা—আ—ম

ৰাম' ৰাম'……

ৰে মন সেবহু হৰিকহু চৰণা। নিকটে দেখহু নিজ মৰণা।

দেখত হৰিকহু চৰণ শৰণ বিনে নাহি নাহি ভয় তৰণা॥

সেই নিশা সকৰে বুঢ়া ভকতৰ পিঠিটো মোহাৰি মোহাৰি সুধিলে, 'কথা এটা কওঁনে বুঢ়া ভকত?'

আপোন ভাবত তন্ময় হৈ থকা বুঢ়া ভকতে নাকেৰে এটা অদ্ভুত শব্দ কৰিলে, হু--উ—উ।

সকৰে অলপ সাহস গোটাই কলে, গাঁৱলৈ আৰু কিনো ঘূৰি যাবা বুঢ়াভকত। টকা জমাই খোল এটা আৰু তাল এযোৰ গোটাব লাগিব। কেইটামান ৰাগ ডেকা বায়নৰ পৰা মহো শিকিছিলো। তুৰ বসন্ত, কৈলাস, আশোৱাৰী……। শুনিছানে বুঢ়াভকত?

বুঢ়া ভকতে একো উত্তৰ নিদিলে।

(শাৰদীয় জনজাৱন / ১৯৮৫)

# বোকা খেতিৰ·বতৰ

ফুৰফুৰীয়া গোন্ধ এটা তাৰ নাকত লাগিলহি। সি মূৰ তুলি চালে। তাৰ সম্মুখতে স্বয়ং মোহন মহৰি। মোহন মহৰি—মানে মোহন কলিতা। গাঁৱৰ মানুহে 'ৰহইচ' কৰিহে মাতে মোহন মহৰি বুলি।

অৱশ্যে মহৰি নহয়নো কি?

গজেন গাঁওবুঢ়াৰ খেতি পথাৰ, ধান খুন্দা মিল আটাইবোৰৰে হিচাপ ৰাখে মোহন কলিতাই। এইবাৰ হাতী কেইটা কিনি যে কাঠ টনা ঠিকাদাৰক 'কোৰেয়া'লৈ দিছে—তাৰো পা-পইছা কি হয় মোহন কলিতাৰ গাতে হিচাপ। চাৰি আলিৰ চ'কত গেলামালৰ দোকানখন যে তৰিছে--তাৰো মেনেজাৰ হ'ল মোহন কলিতা।

সাতে সোতৰই মোহন কলিতা ওৰফে মোহন মহৰি গজেন-গাঁওবুঢ়াৰ সোঁহাত স্বৰূপ, প্ৰতাপী মানুহ।

এনেহেন মানুহজনে যেতিয়া ভিকহু সিদ্ধিৰামৰ ডুবৰি নেদেখা চোতালত পদধূলি পেলালেহি---সিদ্ধিৰামে সঁচাকৈয়ে আচৰিত হ'ল। আঁঠু দুটাৰ মাজত পৰা মূৰটো উলিয়াই সি ঘপহকৈ থিয় হ'ল আৰু আথে-বেথে নিজৰ ডুখৰি পীৰাখনকে মহৰিলৈ বুলি আগবঢ়াই দিলে।

ছ-হতীয়া চুৰীয়াখন কোচাই টিকা মূৰ উলিয়াই মহৰি পৰম আগ্ৰহেৰে বহিল। কান্ধত ভাৰ বৈ অনা কলহটোও কাষতে নমাই থলে।

"মহৰিবাবু দেখোন! দাল দৰিদ্ৰৰ ঘৰলৈ আহিলি, চকু দুটাই বিশ্বাস কৰিবকে পৰা নাই।"

হাঁচতিৰ পৰা চুৰটৰ টেমাটো উলিয়ালে মহৰিয়ে। নিজে এটা লৈ টেমাটো সিদ্ধিৰামৰ ফালে আগুৱাই দিলে।

"আহিছিলো ইংতিইংতৰ তালৈ।" চুৰটটো পকাই ওঠেৰে তিয়াই ললে মহৰিয়ে।— মনেশ্বৰে মাতি থৈ আহিছিল। পিছে মানুহটো আকৌ সময়ৰ মূৰকত ধৰত নাই। মানুহজনীয়ে বহিবলৈ কলে। নবহো বোলাত কলহটোকে দি পঠালে। কলহটোৰ পেটত আঙুলিৰে টুকুৰিয়াই মহৰিয়ে নিজকে কোৱাদি কলে, যিহে গন্ধ ওলাইছে—বৰা ধানৰ যেন পাইছো। গাঁওখনৰ মাজেদি কলহটো

কাষত লৈনো কেনেকৈ যাব। ভাবিলো সিহঁতৰ ভাতে লোমাওঁ। ভালেমান দিন অহাও নাই, খবৰ লওঁ।

বতাহত বিয়পি পৰা গন্ধটো চেকি চালে সিদ্ধিৰামে। ঠিকেইতো, বৰা ধানৰ নহৈ কি হ'ব। তাৰ লুভীয়া চকুহালে কলহটোৰ পেটটোকে বাৰে বাৰে চেলেকিবলৈ ধৰিলে।

তাৰ লুভীয়া চকুহাললৈ চাই মহৰিৰ ভাল লাগিল। সুধিলে, তোৰ মানুহজনী নাইনেকি? মনেশ্বৰৰ মাইকীয়ে ক'লে, বোলে তোৰজনীৰ হেনো গাত লেঠা, কেইমাহনো?

"সাতমাহত ভৰি থলেই হবপাই'

"কথাটো বৰ ভাল নহ'ল', মহৰিয়ে চুৰটটো জ্বলাই হুঁচ্ হুঁচাব ধৰিলে।

"এৰা, বেয়াই হ'ল কথাটো।" সিদ্ধিৰামে নিজকে নিজে কোৱাৰ দৰে ক'লে, খেতি পথাৰৰ দিন। নিজৰ নাই কি হ'ল, আনৰ দুই-চাৰিখন কৰি নিদিলে টানৰ সময়ত কোনোনো ধান-এদোন চাউল এপাজৰ দি সহায় কৰিব।

সিদ্ধিৰামৰ দুৰ্কপাল দেখি মহৰিৰ বুকুখনেও হুমহুমাব ধৰিলে। হৰি বিচ্‌টু, হৰি বিচ্‌টু বুলি তেওঁ নিজৰ কপালখনতে চপৰিয়াব ধৰিলে।

"বিধাতাই যাক যেতিয়া দিব, সেই মতেহে হ'ব। —নে কি কৰ সিদ্ধা?" সুমাব ধৰা চুৰটটো মহৰিয়ে পুনৰ জ্বলাই ললে। ক'লে, নৰ মণিচ বনো এইবোৰত কি হাত আছে। সেহ লথাই ডাক্তৰলৈকে নাচাৱ কিয়? টকা পইছা থবলৈ ঠাই নাইকীয়া। মাটি বাৰী কিনি মানুহ লগাহ খেতি-বাতিও কৰাইছে। পিছে ছাৱা-ছলি এডুখৰিৰ মুখ হলে দেখা নাই। তই মই হলে কথা বেলেগ আছিল। ডাক্তৰ মানুহ, আনেহে তেওঁৰ পৰা দিহা পৰামৰ্শ লয়।

দেখাত কথাটো মিছা নহয়। সিদ্ধিৰামে মূৰ জোকাৰিলে।

"পিছে এইটে এতিয়া কি কৰ। মানুহজনীকে মাত তায়ে কলহটো ঘুৰাওঁক। খেৰ দুডালমানো লাগিব, আন, চালৰে আজুৰি আন।'

ভিতৰৰ ফালে চাই সিদ্ধিৰামে মাত দিলে, হয়নে এইজনী, শুনিছনে? বাতি দুটা আনিবি, পানীও আনিবি। পানীৰ কলহটোকে লৈ আহ নহলে।

যেইকোনো বয়সীয়াল মানুহ আহিলে পদ্মেশ্বৰী সতকাই বাহিৰলৈ নোলায়। ওলালেও বুকুৰ মেখেলাখন কঁকালৈ নমাই গাত ব্লাউজ চোলা এটা ভৰাইহে ওলায়। মহৰিক অৱশ্যে তেনে মান সন্মান নকৰিলেও চলে। গিয়াতী নহয়, মূৰ গাঁৱৰ মানুহ।

যেনেকৈয়ে আছিল তেনেকৈয়ে তাই বস্তু কেইপদ লৈ ওলাই আহিল। ফটা বস্তা এটা পাৰি কলহটো তাৰ ওপৰতে থলে আৰু কেইবাতিমান চেঁচা-পানী ঢালি তাই কলহটো ঘূৰাব ধৰিলে।

মহৰিৰ চকুহাল বেয়া। ঘূৰ খাই থকা কলহটোৰ পৰা চকু কেইটা একুৰাই নি তেওঁ বাৰে বাৰে তাইৰ ওখহা পেটটোলৈ চাই, চায়েই যেন কিবা বেলেগ তৃপ্তিও পায়।

"গাড়ীৰ কামত লাগিছিলি বোলে?" মহৰিয়ে সুধিলে।

"মাজতে ধৰিছিলো, দিলো এৰি। এইবোৰ কাম আমাৰ কাৰ্বি মানুহে কৰা কাম নহয়। দিন ভৰ মাটি কটা, ৰাতি হলে গাত বিষ।" পিৰালাৰ খুটাটোত আউজী দিলে সিদ্ধিৰামে। ক'লে, খেতি খোলা কৰি খোৱা মানুহ। দিনটো হালজুৰি থাকিলেও গাত নধৰে। কেঁকোৰা নাঙলৰ মুঠিত ধৰোতেই জনমটো গ'ল, এতিয়া ইবোৰত কেনেকৈ ধৰে।।

"হয়। হয়।" মহৰিয়ে মূৰ জোকাৰিলে।

"নৰেশ্বৰৰ আহু ধান দুপুৰা আছিল, তাকে চপাই মেলি দিলো। হাজিৰাতে কৰিলো। আনক হলে দহ টকাকৈ লাগে, মই আঠ টকাতে কৰিলো। দাই মেলি ভঁৰালত তুলি দিয়ালৈকে আটাইবোৰ কাম। টকাও আধাআধি দিলে। আজি ছয় কি সাত দিন হ'ল, কাম বন তেনেকৈ নাই।"

"দিন হাজিৰা কৰি খোৱা মানুহ, কাম নাপালেই মৰণ। এহ্, হে হে। কিবা এটা কৰি দিব পৰা হলে ভাল লাগিলহেঁতেন।"

কেইদিনমান যে সিদ্ধিৰামৰ চৌকাত জুই জ্বলা নাই কথাটো মহৰিয়ে গম পালে। তাৰ টেমুনা বন্ধা মুখখন দেখি তেওঁ আগতেই অনুমান কৰিছিল। পৰিয়ালটোৰ বাবে তেওঁৰ হিয়াখনে যেন বেজাৰতে ধান বানিবলৈ ধৰিলে।

"এইবাৰ যে কি হ'ব! এহ্, হে হে। বৰষুণ নাই বতৰ নাই। খেতি পথাৰনো কি হ'ব?"

সিদ্ধিৰামে আকাশলৈ চালে।

তৰা চৰা তেনেকৈ নাই, দক্ষিণত গাজিছে, বতাহজাকো সেমেকা।

"লয়খন ভাল। গুৰিতে গাজিছে। আজি কালিতে বৰষুণ হ'ব। বৰ মাষ্টৰৰ ৰেডিঅ'টোৱেও বৰষুণ হ'ব বুলিয়েই কৈছে।" সিদ্ধিৰামে কলে।

"নহৈনো থাকিবনে। পিছে সময় বুলি কথা এটা আছে নহয়। শাওনৰ শেষত যেনিবা পৃথিবীখন উটি ভাহিয়েই গ'ল, লাভটোনো হ'ব কি? চাছোন, বাত্তিটো চেকি চা"—

পদ্মেশ্বৰীয়ে আগবঢ়াই দিয়া বাত্তিটো হাতলৈ তুলি ললে মহৰিয়ে। এচোক মাৰি তেওঁৰ মনটো প্ৰফুল্ল হ'ল।—বেয়া নহয় দে, নে কি কৰ সিদ্ধা ?

"হয় দে, ভাল, ভাল হৈছে দে।" সিদ্ধিৰামে শলাগিলে।

"আৰু এদিন মান লাগিছিল। তথাপি বেয়া হোৱা নাই, নে কি কৰ সিদা ?"

"হয় দে।" পুনৰ মূৰ জোকাৰিলে সিদ্ধিৰামে।

"তোৰ ল'ৰা পোনা কেইটা নাই হ'পাই ?"

"ঘৰত এটাও নাই।"

"কৰোবাত থৈছ ?"

"নহলেনো কেনেকৈ চলো। ডাঙৰটোক দিছো—মতিবাবুৰ গেৰেজত। কাম শিক, হাতৰ বিদ্যা। পা পইছা দিলে দিব, নিদিলে নাই। ছোৱালীজনীক আকৌ হেৰম্বই নি কোনোবা অফিচাৰৰ ঘৰত দিছেগৈ। ল'ৰা-ছোৱালী নথকা মানুহ, কাম কৰা ছোৱালী বুলি অনাদৰ নকৰে, পেট ভৰাই ভাত কেইটাকে দিয়ে। মাহে পাঁচ টকা, দহ টকা মান দিয়াৰ কথা কৈছিল,ময়ে মনা কৰিলো। পেওকণা ছোৱালী, তাইৰ উপাৰ্জনো খামনে ? ···সকটোক মোমায়েকৰ ঘৰত থৈছো আৰু, নথলেও নচলে।······চোকটো কিন্তু ঠিক আছে। দে, দে বাবুক দেছোন, বাবুক দে।"

সময় পাৰ হোৱাৰ লগে লগে কলহটো পাতলীয়া হৈ আহিল। মহৰিৰ মূৰ দোঁ খোৱা নাই, সিদ্ধিৰামৰ কিন্তু মূৰটো যেন গধূৰ হৈ আহিল।

"তই পিছে এতিয়া কি কৰো বুলি ভাবিছ ?" মহৰিয়ে সুধিলে।

মূৰ তুলি চালে সিদ্ধিৰামে। ক'লে, কাম, কাম কৰিব লাগিব, নকৰিলে কোনে খোৱাব। কোনে খোৱাব, খোৱাব কোনে মোক ?

"কিন্তু কাম ক'ত পাবি ?"

"অ'তোন। কাম ক'ত পাম।"

"হাতীৰ লগত কাম কৰিবি ? কাঠ টনা কাম।"

"কাঠৰ কাম ? কি কাম ? কাঠ টনা, নাই নোৱাৰিম। বৰ বেয়া কাম। মেলেৰীয়া হ'ব, তাতকৈও বেয়া বেমাৰ হ'ব।"

"খেতিৰ কাম কৰিবি ?"

"খেতিৰ কাম ! কৰিমতো, দিবিনেকি কাম ? হাজিৰা নে ঠিকা ?"

"খেতিৰ কামত কোনো হাজিৰা দিব। ঠিকা কৰিলে কৰিব পাব। দে দে তাক আৰু এক বাত্তি। কি ? নোৱাৰ ! এহ,, কথা হ'লনেকি ? দুখ কৰা মানুহ, খাব নোৱাৰিলে কেনেকৈ হ'ব। খা-খা, পাৰিবি।"

বাতিটো সিদ্ধিৰামৰ ফালে আগুৱাই দিলে মহৰিয়ে। কাম আৰু টকা পইছাৰ হিচাপটোও তেওঁ তাক শুনালে, কিমাননো কাম! পাঁচটা হালোৱা আছেই, তোৰে সৈতে ছটা। আহাৰ-শাওন-ভাদ, তিনি মাহ কাম। দুপৰীয়া গধূলি দুসাজ খাবি তাতে। চাহ, তামোল, কলহ — এইবোৰ বাদেই। টকা? টকাও ঠিকেই পাবি। তিনি মাহৰ কাম, লবি, পনচাচ টকাকে দিয়াম। খাই লৈ তিনি মাহত পন্‌চাচ টকা? কম টকা নহয়। নগদ পন্‌চাচ টকা।

ভৰি কেইটা মেলি সিদ্ধিৰামে শৰীৰটো পিৰালিতে এৰি দিলে। তাৰ চকুকেইটা আপোনা-আপুনি জাপ খাই আহিল। তথাপি মহৰি উঠি যোৱাৰ সময়ত মেল খাব নোখোজা ওঁঠ দুখন জোৰকৈ মেলি সি লেবা লেবকৈ কলে, মহৰি বাবু! মই সিদ্ধা, সিদ্ধিৰাম। সিদ্ধিৰাম এক কথাৰ মানুহ। কৰিম বুলি কৈছো কৰিম। তই এতিয়া যা। মোৰ নিচা লাগিছে।

(নতুন পৃথিৱী / ১৯৮১)

# চিনাকি মুখৰ ছবি

## এক

সেই ফালেদি গ'লে, বাছৰ খিৰিকীৰে মূৰ উলিয়াই ভোকাভুৰ চাওনিৰে ইফালে সিফালে চাওঁতে হঠাতে এজোখন চিনাকি চিনাকি মুখে স্মৃতিক দোলা দি যায়হি।

মই কিন্তু বিচাৰো এখন বিশেষ মুখ।

শ্রম ক্লান্ত, সাহস দাপ্ত এখন মুখ।

মুখখন মুন্নীবাইৰ।

বাছৰ পৰা নামি কেতিয়াবা দুই এজক সুধিও চাইছো।

'কোন মুন্নীবাই?

'ক'তা? ইয়াততো কোনো মুন্নীবাই নাই।'

—আৰু হীৰালাল ধোবা? মদাহী হীৰালাল?

যাক সোধো, তেওঁ অকবাৰ দৰে মুখলৈ ৰ-লাগি চায়।

## দুই

এটা উপ-ডাকঘৰ, এখন উচ্চ-ইংৰাজী বিদ্যালয়, এটা প্রাথমিক স্বাস্থ্য কেন্দ্র আৰু এখন বা দুখন তেলী কেঞ্চাৰ গোলাৰে গঠিত গ্রাম্য অঞ্চল এটা যেতিয়া এখন ব্যস্ত চহৰলৈ ৰূপান্তৰিত হয়—তেতিয়া পূৰ্বৰ প্ৰাণ চঞ্চল তিনি আলিৰ চ'কটো, য'ত দূৰলৈ যোৱা নাক ভোটা বাছবোৰে খন্তেক জিৰাই, গাড়ীৰ ইঞ্জিনত পানী দলাৰ সুযোগতে ড্ৰাইভাৰে কাষৰ গোমৃটিখনৰ পৰা তামোল এখন আনি মুখত ভৰাই লয়। বিয়লি ঘৰ অভিমুখী যাত্ৰীৰ হাতত অহা দৈনিক বাতৰি কাকতখনৰ বাবে অঞ্চলৰ পাঁচজন জনা বুজা লোক থাপ পাতি আগ্রহেৰে বৈ থাকে—সেই চ'কটো, চ'কটোৰ একাষে থকা বৃহৎ আহত বা পিপল গছজোপাবনো কি হ'ল, তাৰ তলতে থকা পাণৰ গোমৃটিখননো কেতিয়া কোন দিশে ভাহি গ'ল কাৰো খিয়াল নাথাকে।

ইয়াতো, তেতিয়া, চহৰখন 'আমতল তিনি আলি' হৈ থাকোতে বুঢ়া টিলিকী আমজোপাৰ ঠিক তলতে 'গুলহৰি হেয়াৰ কাটিং'ৰ ঠিক গাতে গা লগাই থকা খেৰৰ চালিৰ জুপুৰিটোৱেই আছিল মুন্নীবাইৰ ধোবাশাল।

তাহানিৰ আমতল তিনি আলিৰ কথা মনলৈ আহিলে এই মুন্নীবাইৰ মুখখনেই চোকা পকলাটো হৈ দূৰত দেখা দি বিয়াগোম বেলগাড়ী এখন ষ্টেচনত বৈ' যোৱাৰ দৰে মোৰ স্মৃতিক ওপচাই যায়হি।

স্বাস্থ্যকেন্দ্ৰৰ ডাক্তৰ মহন্ত, মেলেৰীয়া বাবু হৰি শৰ্মা, সহকাৰী হেডপণ্ডিত তুৱৰা চাব আৰু আমাৰ দৰে কলেজলৈ যোৱা দুই চাৰিটা পিলিঙা ডেকা— এওঁলোকেই আছিল মুন্নীবাইৰ গ্ৰাহক। অৱশ্যে চহৰমুখী চহৰমুখী ভাব এটাই আমতল তিনি আলিক সদ্য যৌৱন-প্ৰাপ্তা গাভৰুৰ দৰে চঞ্চলা কৰি তোলাৰ সময়েৰে পৰা মুন্নীবায়ে গ্ৰাহকৰ বাবে ভাবিব লগা হোৱা নাছিল। বৰং সময়ে সময়ে ওভতাই পঠাবও লগা হৈ উঠিছিল।

মুন্নাবাইৰ দোকানলৈ সাধাৰণতে আহে ইস্ত্ৰিৰ অডাৰ।

পুৱাতে তুৱৰা চাব বিদ্যালয় পৰিদৰ্শকৰ কাৰ্যালয়লৈ যাব। ধকৃধকীয়া পায়জামা, ধকৃধকীয়া পাঞ্জাবী। মুন্নী যদি অন্য কামত ব্যস্ত থাকে তেন্তে পুৰণা পৰীক্ষা বহীৰ পাতেৰে মেৰিয়াই অনা কাপোৰ যোৰ আলফুলকৈ কাপোৰ ইস্ত্ৰি কৰা বিছনাখনৰ ওপৰত থৈ তুৱৰা চাবে চিঞৰ মাৰে, 'অ' মুন্নী' থলো দে ইয়াতে। আঠ বজাত বাছ। সাত বজাৰ আগতেই ৰেডি কৰি ৰাখিবি।'

কামো কম। মুন্নাও দায়িত্ব বুজা তিৰোতা।

পুৱা সাত বজাৰ লগে লগে তুৱৰা চাবৰ ল'ৰাটো আহি হাজিৰ। হাতত চাৰিটা নতুন খেতিৰ মূলা আৰু ইস্ত্ৰিৰ দাম এটা চকৃচকীয়া সিকি।

কাপোৰযোৰ উলিয়াই দিয়ে মুন্নীয়ে।

ল'ৰাটোৰ হাতত মাটিৰ দাগ। পৰীক্ষাৰ বহীৰ পাত এখিলাৰে কাপোৰযোৰ মেৰিয়াই দিয়ে মুন্নীয়ে।

বড়া চিন্নাহীৰে বহী চাই তুৱৰা চাবে।

ল'ৰাটোৰ চকুত ভাহি উঠে—দহৰ ভিতৰত দহ।

## তিনি

ভিতৰত মুন্নীবাই।

বাহিৰত হীৰালাল।

ইস্ত্ৰিৰ অৰ্ডাৰেই বেছি, সেয়ে মুন্নাৰ খাটনিয়েই সৰহ।

তাৰ উপৰি আছে ঘৰ সংসাৰৰ লেঠা।

তেনেই পুৱাতে ওলাই যায় হীৰালাল। কাপোৰৰ টোপোলাটো যিমানেই

সক নহওঁক লাগে—এইটো তাৰ অভ্যাস। ভাটীত দিয়া কাপোৰবোৰ টোপোলা বান্ধি লৈ সি বাহিৰে বাহিৰে যায় স্বাস্থ্য কেন্দ্ৰলৈ। কেন্দ্ৰত সাতখন বিছনা হোৱাৰে পৰা তাৰ অৰ্ড়াৰো বাঢ়িছে। তাৰপৰা ডাকবাবুৰ ঘৰ হৈ সি আগুৱাই যায় নদীৰ ঘাটলৈ।

. হীৰালালক উলিয়াই পঠোৱাৰে পৰা মুন্নীবায়ে ব্যস্ত দিনটোৰ পাতনি মেলে। চম্পা স্কুললৈ যায়, নটা বজাতে লাগে ভাত। হীৰালাল ঘুৰি আহে বাৰ এক বজাৰ লগে লগে। কাম কৰক বা নকৰক আহোতে আধা বটল গিলি আহিবই। তাক আৰু লাগে গৰম গৰম ৰুটি, লগত বুটৰ ভাজি, অথবা অলপ চাটু গুৰি। পানীৰ পুখুৰীটো হ'ল দূৰত, এখনেই দমং, তাতো মানুহৰ ভীৰ।

তাৰ মাজতে মুন্নীয়ে দোকানৰ পাত খোলে। কয়লা জলায়। নিয়ৰত কাপোৰ সেমেকাই, ইস্ত্রি কৰে, বিছনাৰ মূৰৰ শিতানত থকা সাঁচতীয়া সম্পদেৰে ঠাঁহ খোৱা তলা নোহোৱা পেটুৰা ট্ৰাংকটোৰ ওপৰত ভাগে ভাগে কাপোৰবোৰ ভাজ লগাই থয়।

'মুন্নাবাই মোৰ কাপোৰযোৰ হৈছে?'

ভুমুকীয়াই চাই মুন্নীবায়ে--মেলেৰীয়া বাবু।

'ক'তা, দাগবোৰ দেখোন নগ'ল।'

কায়-বায় চেহেৰা। গাৰ ৰংটো বগা হলে কি হ'ব? মেলেৰীয়া বাবুৰ ভিতৰখন ক'লা। অদৰকাৰত কথা চোবাই মানুহটোৱে। পাচ সেৰীয়া ওজনৰ গৰম ইস্ত্রিটোৰে যেতিয়া কঁকালৰ সমানে ওখ গাদা পৰা বিছনাখন কাপোৰত ভাজ দিয়াত ব্যস্ত হৈ থাকে, মুন্নীৰ শৰীৰৰ ভাঁজবোৰো কোনো একোটা পাকত বৰ বেছি ভাজ লাগি পৰে, মূৰৰ ওৰণি আৰু বুকুৰ আঁচলখন সহজতে পিছলে। মুন্নী পৰিশ্ৰমী, কামৰ মাজলৈ সোমালে পৃথিবীৰ কথা আৰু মনত নাথাকে।

মেলেৰীয়া বাবুৰ চকু কিন্তু সজাগ। কেৱল সজাগেই নহয়, ইফালে সিফালে চাই ওচৰত কোনো কাকো নেদেখিলে তেওঁ পলকতে ৰসাল হৈও উঠিব বিচাৰে।

এদিনটো দেখি দেখকৈয়ে কলে, 'মুন্নীবাই, তই্তো একদম জোৱান হৈ আছ!'

মুন্নীয়ে কথাটো তেনেকৈ ভবা নাছিল। সেয়ে তায়ো তলৰ মূৰ ওপৰ নকৰাকৈ কলে, 'এটা ল'ৰাৰ মাইকী বুঢ়ী হয়নেকি?'

মেলেৰীয়া বাবুৰ সাহস বাঢ়িল।

কোনো ক'তো নাই। দূৰৰ প্ৰাথমিক বিদ্যালয়খনৰ পৰা এজাক ল'ৰাই সুৰ লগাই নেওতা পঢ়াৰ শব্দ সমদল গীতৰ দৰে বতাহত ভাহি আহিছে। তাৰেই বা লাগি আমপাতবোৰো কঁপিছে। কিৰ কিৰ শব্দও হৈছে।

'মুন্নাবাই ! তই কিন্তু বৰ গঢ়া। গাৰ বং ক'লা হলে কি হ'ব, যিহে তোৰ গাৰ ষ্টাইল, মাজে মাজে মোৰো আউজিবলৈ মন যায়। ডাক্তৰৰ ঘৰলৈ দেখোন মাজে মাজে যাবই, শুনাবিছোন মোৰ তাতো।'

চাদৰৰ আগটো তুলি বুকুখন ঢাকি ললে মুন্নায়ে। তাৰপিছত ঠাণ্ডা ইস্ত্রিটো থৈ কয়লাৰ অঙঠাবোৰৰ মাজৰ পৰা গৰম ইস্ত্রিটো দাঙি আনিলে বাওঁহাতৰ তৰ্জনীটোত থুই অকণমান লগাই ইস্ত্রিটোৰ তলিখন চুৱাৰ লগে লগে—'চেৰেক্'কৈ হোৱা চিনাকি শব্দটোৱে সাহসী কৰি তুলিলে মুন্নাক। কিন্তু ঘূৰি চাই আৰু তাই মেলেৰীয়া বাবুক দেখা নাপালে।

## চাৰি

দিন কাল সকলোৰে একেদৰে নাযায়, সলনি হয়।

মুন্নাবাইৰ সহজ সৰল জীৱন যাত্ৰাতো আউল লাগে।

সিহঁতৰ যোৱা বিয়া হৈছিল হীৰালাল আছিল এটা সহজ সৰল ডেকা। আচৰফালাল তেলীৰ ঘানাত কাম কৰিছিল হীৰালালে। মাজে মাজে তেলৰ গোলাৰ মাল জুখিছিল, কেতিয়াবা ঘোৰা গাড়ী লৈ গৈছিল অন্য ঠাইৰ ধান সৰিয়হ আনিবলৈ।

বিয়াৰ পিছত আচৰফালাল মহাজনৰ লগত কথাৰ খুট খাট লগাত যেতিয়া হীৰালাল বেকাৰ হৈ পৰিল, খোৱা পিন্ধা থকাৰ অনিশ্চয়তাই দেখা দিলে, তেতিয়া মুন্নায়েই পৰামৰ্শ আগবঢ়ালে দোকান খোলাৰ।

'মই এটা কথা ভাবিছো।' কথাষাৰ মুন্নায়ে এনেকৈ তুলিলে যেন তাই বহু দিনৰ পৰাই কথাটো ভাবিছে আৰু তাক ৰূপায়ণ কৰিবলৈও তাই দৃঢ়।

'কি কথা ?'

ঘৈণীয়েকৰ পৰা ভাত বন্ধা, পানী অনাৰ বাহিৰে অন্য একো আশা নকৰা মানুহ হীৰালাল। কিন্তু তাইৰ দৃঢ়তালৈ চাই সি তাইৰ কথাবোৰ কাণ দি শুনিলে।

সহজ পৰিকল্পনা।

গুণহৰি হেয়াৰ কাটিঙৰ কাষতে মাণিক মিস্ত্রিৰ যিটো এচলীয়া জুপুৰী আছে সেইটোকে ভাৰা লব সিহঁতে। তাতে থাকিব, তাতে জীবিকাও আৰম্ভ কৰিব।

'তই পাৰিবি ?'

হীৰালালৰ কথা আৰু সুৰত নিৰাশ ভাবটোৱেই অতি সহজতে প্ৰতিফলিত হৈছিল।

'কিন্তু টকাও লাগিব প্ৰথমতে ?'

হুওঁকনা সৰু ব্যৱসায়। সৎ ভাবে লাগি থাকিলে তাৰপৰাই দুটা মানুহৰ পেটৰ ভাত মুঠি নোলাবনে ?

—মুন্নী বিচলিত নহ'ল।

'কিন্তু মই অকলে চলাব পাৰিম কেনেকৈ ?

'কোনে কৈছে অকলে চলাবলৈ ? মই নাই নেকি ? মই মৰিলো নে হাত ভৰি ভাঙি পংগু হলো।' মুন্নীয়ে কলে, তোমাৰো এটা পেট, মোৰো এটা পেট। সমানে খাম, সমানে কৰিম, ৰাজীতো ?'

'তই এইবোৰ কাম কৰিবি ?'

মুন্নী অলপ সময় নীৰৱে থাকিল।

নিজে কাপোৰ ধোৱা কামটো কৰিবলৈ হীৰালালে বেয়া পোৱা নাই, কিন্তু নিজৰ পত্নীৰ হতুৱাই আনৰ কাপোৰ ধোওৱাটো যেন সি মনে মনে মানি লব পৰা নাই।

তাক সহজ কৰিবৰ বাবে মুন্নীয়ে খিলখিলাই হাঁহিলে। কলে, 'আচ্ছা আচ্ছা ? বুজিছো দিয়া। আৰু মযো নদাৰ্লৈ কাপোৰ ধোৱা কামটো বলে নোৱাৰিম। মই ভিতৰ চলাব পাৰিম, তুমি বাহিৰ। কিন্তু প্ৰথম তিনি মাহ মানলৈ মই একো চলাব পাৰিব নোৱাৰিম।'

'কিয় ? কিয় নোৱাৰা ?'

'তুমি কিজানি দেউতাক হ'বা।'

'মই কিয় হ'ম।'

'আৰে বাবা, মোৰ পেটলৈ বাচ্ছা আহিছে।'

'বাচ্ছা আহিছে ?'

হীৰালাল উৎসাহিত নহ'ল।

আচলতে খবৰটোৱে তাক আনন্দ অথবা বেজাৰ একোকে দিব নোৱাৰিলে। কিন্তু দৃঢ়তা আহিল তাৰ মনলৈ।

কিবা এটাতো নকৰিলে নহ'ব।

## পাঁচ

অৱশেষে দোকান আৰম্ভ হ'ল আৰু বহু পাছত।

মাজতে মুন্নী মাক হ'ল। চম্পা আহিল সিহঁতৰ সংসাৰলৈ।

'দেশৱালী' আচৰফীলালৰ প্ৰতি মোহভংগ হওঁতেই সময় লাগিল হীৰালালৰ। শেষত গত্যন্তৰ নোহোৱাত মুন্নীৰ কথাতে হয়ভৰ দিব লগা হ'ল হীৰালালে।

এচলীয়া কোঠাটো সিহঁতে আগতেই দখল কৰিছিল। তাতে যেনিবা মানিক মিস্ত্ৰিয়ে নগদ চাৰি টকাৰ বিনিময়ত এখন চাইনব'ৰ্ড লিখি দিলে—'মুন্নীবাই লণ্ড্ৰী'।

উপাৰ্জন যৎসামান্য হলেও চলি গৈছিল কোনোমতে। স্বাস্থ্য কেন্দ্ৰত নৰিয়া থাকিব পৰা বিছনা হোৱাৰ কিছুদিনৰ পিছতে ব্লকৰ অফিচো আহিল, ৰাস্তা বনোৱা ইঞ্জিনীয়াৰৰ সৰু অফিচ এটাও আহিল। ডুৱৰা চাৰৰ ভতিজাক এটাই আহি 'মহামায়া বুক ষ্টল' ও খুলিলেহি।

আমতল তিনি আলিৰ টিলিকি জোপাত এদিন বগা ৰঙেৰে 'বাছ ৰোৱা ঠাই' বুলি লিখা ক'লা সৰু গোলাকাৰ চাইনব'ড এখনো লাগিলহি। তাৰপিছৰে পৰা চৰকাৰী ৰঙা বাছবোৰো আমগছৰ ছাঁত জিৰোৱা হ'ল।

আৰ্থিক স্বচ্ছলতাৰ লগে লগে মুন্নীবাইৰ সংসাৰতো কিছুমান পৰিবৰ্তন চকুত পৰা হৈ আহিল। কিন্তু এটা বিশেষ পৰিবৰ্তনে মুন্নাবাইৰ চিন্তাৰ সৰু জগতখনক খেলিমেলি কৰি পেলালে।

আন্ধাৰ দেখিলে তাই, কেওফালে আঁউসাৰ ঘন ক'লা আন্ধাৰ। চেষ্টা কৰি চালে তাই, কিন্তু সফল নহ'ল। দুই একৰ পৰামৰ্শও বিচাৰিলে, লাভত নাহিল। শেষত তাই আহিল ডুৱৰা চাৰৰ কাষলৈ—হয়তো তেৱেঁই পথ দেখুৱাব পাৰিব।

আমতল তিনি আলিয়ে মোট সলাইছে। কথাকাণ্ড সকলোতে এক পৰিবৰ্তনৰ ছাপ পৰিছে। এইবোৰ ভাঙৰ হোৱাৰ লক্ষণ। এই তিনি আলিৰ চ'কটো কিজানি এটা সামান্য চ'ক হৈ নাথাকিবগৈ।

সকলোবোৰ শুনি ডুৱৰা চাৰে হুমুনিয়াহ কাঢ়িলে।

'কিবা এটা কওক চাৰ।'

'কি পৰামৰ্শ দিম মুন্নী' মই কৈ চাব পাৰো। কিন্তু তোৰ নিজৰ মতা মানুহ, তইহে সকলো বুজ।'

মুন্নীয়ে কিন্তু একো বুজিব নোৱাৰিলে।

## ছয়

'অই বেটী, দৰজা খোল। খুলিছনে নাই?'

ভয় নাখালে মুন্নীয়ে।

আচলতে এনে এটা দিনৰ বাবেই যেন তাই অপেক্ষা কৰি আছিল। আজি

হওঁক, কালিলৈ হওঁক—আৰম্ভ হোৱা কাহিনীয়ে যৱনিকাৰ দৃশ্যৰ ফালে খোজ লবই। সেয়ে তাই নিজকে প্ৰস্তুতো কৰি লৈছিল—সম্ভৱপৰ সকলো পৰিস্থিতিৰ বাবে।

এতিয়া চম্পা প্ৰায়ংবুঢ়া হৈ উঠিছে।

হীৰালালে যদি সময়ৰ সতে তাল মিলাব নোৱাৰি দূৰ কৰবালৈ উটি যায়—যাওঁক। এতিয়া তাই আৰু আগৰ দৰে নিঠকৰা নহয়। চম্পা আছে, এটা চাহাৰা আছে। তাকে অৱলম্বন কৰি তাই আগুৱাই যাব।

'অই বেটী খুলিবিনে?'

মুন্নীয়ে একো উত্তৰ নিদিলে।

চম্পা শুইছে।

মুন্নীয়ে ভাবিলে ল'ৰাটোৱে হয়তো শুই শুই শোৱাৰ অভিনয় কৰিছে। মাতাল বাপেকৰ মাতলামী চাই যাবৰ বাবে আনদিনাৰ দৰে আজিও সাজু হ'ব ধৰিছে।

অই — —'

শেষৰ শব্দটোৱে এপাত শেলৰ দৰে যেন মুন্নাক বুকুৱে পিঠিয়ে শিঁ পেলালে।

তাই দুৱাৰখন খুলিলে।

ওলোমাই যোৱা হাত লেম্পটোৰ পোহৰত হীৰালালৰ মুখখন জিলিকি উঠিল। নিচাৰ খুণ্ডাত ৰঙা পৰা চকু, অপৰিষ্কাৰ দাড়িৰে ভৰা মুখ। গাৰ পোছাকযোৰতো গোবৰ আৰু বোকাৰ চেকা।

'মুখ বন্ধ কৰা।'

'কি কলি?' হাতখন দাঙি ঠৰক বৰক খোজেৰে আগবাঢ়ি আহিল হীৰালাল।

'ৰ বা আগ নাবাঢ়িবা।'

'কি কৰিবি তই?'

'চব কৰিব পাৰো মই।'

সঁচা কথা! বহু কামেই কৰিব পাৰে মুন্নীয়ে।—এই ঘৰ-দোকান জ্বলাই দিব পাৰে, টেটু চেপি মাৰিব পাৰে চম্পাক, বিহ খুৱাব পাৰে হীৰালালক আৰু তাই নিজেও গছত জৰী লগাই ওলমিব পাৰে।

কিন্তু সত্বহতে তাই এইবোৰৰ এটাও কৰিবলৈ সাজু নহয়।

নাও ডুবুবালৈকে বাব মুন্নীয়ে।

তলং ভটংকৈ আগুৱাই আহিল হীৰালাল।

ইতিমধ্যে তাৰ অভ্যাস হৈ গৈছে। আনকালে নিশা ইয়াৰ পিছত যি যি কৰে আজিও সেইবোৰ এটা এটাকৈ পালন কৰিব।

দুৱাৰৰ চুকতে লাঠিদাল থাকে।

আনদিনাৰ দৰেই হাত দিয়েই হীৰালালে সেইডাল চুকি পালে।

'বাবা !'

হুচ আহিল হীৰালালৰ।

সি দেখিলে, মুন্নীৰ কপালৰ পৰা তেজ নিগৰিছে আৰু বিছনাৰ গাৰুটো দাঙি লৈ তাৰ ফালে অতি ঘৃণাৰে চাই আছে চম্পাই।

## সাত

ইয়াৰ পিছত আগৰ দৰেই কেইবাদিনো নাপাও হৈ থাকিল হীৰালাল।

পুনৰ সি এনিশা ঘৰলৈ ঘূৰি আহিল।

তাৰ মুখত অশ্লীল ভাষা নাছিল, কিন্তু সোমাই অহাৰ লগে লগে দেশী মদৰ ভেকেটা গন্ধটো মুন্নীৰ নাকত লাগিলহি।

সি সংযত হৈ আছিল। সম্ভৱ অস্থায়ীভাৱে সন্ধি স্থাপন কৰাৰ ইচ্ছায়ো মূৰ দাঙি উঠিছিল। কিন্তু মুন্না আছিল নিৰ্বিকাৰ। তাই কথা কোৱা নাছিল। সি তাইৰ পেট পাবলৈ দুই এটা কথা সোধোতেও তাই মুখেৰে হঁা-না একো নামাতিলে। কিন্তু বিছনাত তাইৰ গাত হাত দিয়াৰ লগে লগে মুন্নী জঁকি উঠিল।

'গাত হাত নিদিবা।' মুন্নীয়ে কলে, 'আমি এতিয়া বেলেগ দুনিয়াৰ মানুহ।'

হীৰালালে হাতখন কোচাই নিলে।

মুন্নীয়ে কিন্তু তাক ৰেহাই নিদিলে, তাই কলে 'কেৱল হাত দিয়াই নহয়, আজিয়েই শেষ নিশা ; ইয়াৰ পিছত এইখন বিছনাত শুবলৈও সাহস নকৰিবা। সব সম্পৰ্ক শেষ।

'আৰু চম্পা ?'

'চম্পাৰ ওপৰত কাৰো অধিকাৰ নাথাকে। সি মোৰ লৰা। কেৱল মোৰ বুকুৰ গাখীৰ খুৱাই মই তাক ডাঙৰ কৰিছো।'

এনে পৰিণতি আছিল হীৰালালৰ বাবে অবিশ্বাস্য।

এই দুনিয়াত কোনো তিৰোতা গিৰিয়েক নোহোৱাকৈ শান্তিৰে বাচি থকা অসম্ভৱ। মুন্নী ! তাইৰনো আৰু আছে কোন ? নিষ্কৰ্মা হওক যিয়েই নহওক এটা মতা মানুহ থাকিবই লাগিব।

সেয়ে সি ভেঙুচালি কৰিলে, 'পাৰিবি, মৰদ নহলে পাৰিবি ?'

সেই নিশা মুন্নীয়ে একো উত্তৰ নিদিলে।

উত্তৰ দিলে পিছদিনা পুৱা।

ভাতীত দিয়া কাপোৰৰ টোপোলাটো লৈ মুন্না ওলাইছিল নদীৰ ঘাটলৈ। কাপোৰ ধুই আহিয়েই হস্পিতাললৈ যাব। পৰ্দাবোৰ ধুই ইস্ত্রি কৰা আছে। মহন্ত ডাক্তৰেতো সাৱধান ৱাণী শুনাই দিছেই—এদিন পলম কৰিলেই অৰ্ডাৰ বন্ধ কৰি দিয়া হ'ব। আমতল তিনি আলিত ধোবাৰ দোকান এখনেই হৈ থকা নাই, তিনিখনকৈ দোকান। কাম যাব ভাল দিয়েই অৰ্ডাৰ পাব।

পুৰণা মামৰে ধৰা পেট্ৰা ট্ৰাংকটো খুলি হীৰালালে আন দিনাৰ দৰেই পইছাৰ বেগটো বিচাৰিছিল। বিচাৰি নাপায় তাৰ খঙো উঠিছিল, কিন্তু মুখ ফুটাই একো কব নোৱাৰি ইটো সিটো বস্তুকে দলিয়াই ভাঙিবলৈ আৰম্ভ কৰিছিল।

'ক'ত? ক'ত থলি?'

থমকি ৰ'ল মুন্না।

আমতল তিনি আলিত বেংক হৈছে। এক পইছা হলেও সবেই বেংকত থয়।

হীৰালাল খঙত জ'কি উঠিল।

তাৰ খঙক মুন্নয়ে কিন্তু কোনো পাত্তা নিদিলে। বৰং অত্যন্ত দৃঢ়তাৰে তাইৰ সিদ্ধান্ত হীৰালালক শুনাই দিলে।

'তুমি মোৰ ঘৰৰ পৰা ওলাই যাব পাৰা।' সিহঁতৰ বাক-বিতণ্ডা শুনি দুহ একবৈ আমতল তিনি আলিৰ বেছিভাগ দোকানদাৰী কৰা লোকেই গোট খাই পৰিছিল। সকলোৱে শুনাকৈ তাই পুনৰ নিজৰ সিদ্ধান্তৰ কথা দোহাৰিলে, 'ওলাই যোৱা মোৰ ঘৰৰ পৰা। মোৰ ঘৰ অ' মোৰ ঘৰ।·· দুখন হাত আছে তোমাৰ দৰে মৰদ নহলেও মই চলি যাব পাৰিম। অ' পাৰিম, বেছি ভালকৈ পাৰিম।'

## আঠ

এতিয়াও, সুদীৰ্ঘ পঁচিশ বছৰৰ পিছতো, মোৰ চকুৰ আগত ভাহি উঠে—মাজু আয়ে চেলেকা চুবুৰীয়াকৈ চিন থৈ যোৱা এখন গহীন গম্ভীৰ শান্ত মুখ, হাড়ভঙা পৰিশ্ৰমে নখ বুলাই যোৱা অথচ দৃঢ়তাৰে ভৰা এখন মুখ। · আৰু চকুত ভাহে দুখন ক'লা মোটোহা·হাতত দুখন হাত।

হেৰিকেনৰ পোহৰত এট, সৰু ল'ৰাই পাঠ আওৰাইছে, মাজে মাজে টোপনিৰ ফুচুলনিত মূৰ দোঁ-খায়ো পৰিছে। আৰু সেই হাত দুখনে অবিৰাম ভাঁজ লগাই গৈছে ৰ'গা, ক'লা, বিভিন্ন ৰঙী নিৰ্মল কাপোৰত। এটুকুৰা থৈছে, দাঙি লৈছে আন টুকুৰা চেপেটা গৰম লো। চৌকাত দপদপাই আছে কয়লাৰ আঙঠা। তাৰে উত্তাপে যেন অহৰহ যুঁজিছে দুৰ্বিসহ শীতৰ সতে।

সেই কালেৰে গলে, এতিয়াও বাছৰ খিবিকীৰে মূৰ উলিয়াই ভীৰৰ মাজলৈ চাওঁ। ······চহৰখনো এতিয়া ক্ৰমাৎ ওফন্দি পৰিছে। কেতিয়া, ক'ত, জনঅৰণ্যত সেই দুখন হাত মিলি গৈছে, তাৰেইবা কোনে খবৰ ৰাখিছে!

(আমাৰ সাহিত্য' ১৯৮৭)

# চম্পা বিস্মাব্রালা

## এক

'যিয়ে যিটো বেয়া পাই তাৰ নচিবত কিন্তু সেইটোৱেই লিখা থাকে।'

'কি লিখা থাকে যে নচিবৰ বেটা ?'

'যেনে ধৰা আমাৰ চম্পালাল বিহাৰী !'

আটাইকেইটাই 'নচিবৰ বেটা' অৰ্থাৎ হৃদয় পাটোৱাৰীক বেৰি ধৰিলেহি।

কোনোৱা এটাই সুধিলে, কি কলা হৃদয় ভায়া ?

'আমাৰ চম্পাকে নোচোৱা কিয় ?' বহণ লগাই হৃদয় পাটোৱাৰীয়ে ক'লে, যি চম্পালালে সক ল'ৰা-ছোৱালী চকুপাৰি দেখিব নোৱাৰে—সেই চম্পালালৰ নচিব দেখিলা ?"

'আৰে থ থ হৃদয় বেটা। তোৰ নচিবত মই ইয়ে কৰো।' মতিয়ে এটা অট্টহাস্য মাৰি ক'লে, নিজৰ কব্জিৰ ওপৰত যাৰ বিচ্চাচ নাই সিহঁতেহে নচিবত বিশ্বাস কৰে। আৰে চাহচ লাগে বে, চাহচ লাগে !

ইহঁত, ইহঁত দুটা, ইহঁতৰ সদায় অৰিয়া-অৰি।

সিহঁতৰ তৰ্কাতৰ্কি তল পেলাবলৈকে নয়নে ক'লে, সেইবোৰ কথা এতিয়া এৰা। সময় হ'ল। দৰা আৰু কইনা কিন্তু একে লগে বহিব লাগিব।

চম্পা জৰ ঘামে ঘামি উঠিল।

নয়ন অলপ লিডাৰ ধৰণৰ মানুহ। তাৰ কথা অমান্য কৰাও অলপ কঠিন ! তাতে আজি বিয়াৰ দিন, বন্ধু-বান্ধৱে যি কয় তাকে শুনা আৰু অসম্ভৱ নহলে পালন কৰাটোৱেই তাৰো কৰ্তব্য। সি সেমেনা সেমেনি কৰি নয়নৰ মুখলৈ চালে।

'কি হ'ল ? একদম মন মাৰি পেলালি দেখোন ?' নয়নে সুধিলে।

'মই নবহো দে', অলপ সাহস গোটাই চম্পাই ক'লে, মোৰ গাড়ী আজি মই নিজেই চলাম।

'নিজেই চলাবি !'

এটা নাভূত-নাশ্ৰুত কথা শুনাৰ দৰে ভালেখিনি সময় তাৰ চকুলৈ ভেবা লাগি চাই থাকিল। তাৰপিছত হঠাতে গগন ফালি হাঁহিবলৈ ধৰিলে।

ৰতন, চফিকুৰ, মতিন, হৃদয় আটাইকেইটা চাপি আহিল।

নয়নে হাঁহিছে, নিশ্চয় ৰহঘৰা ওলাইছে।

হৃদয়ে ক'লে, অলপ ভাগ দে বে নয়ন।

'আৰে চা-না হৃদু' হাঁহিটো কোনোমতে সামৰি নয়নে ক'লে, ই চম্পালাল নে চম্পকলাল—তাৰ নাম নাজানো—ই বোলে আজি নিজেই গাড়ী চলাব।

'সঁচানে চম্পা ?'

হৃদয়ে অকৰাটোৰ দৰে চম্পালালৰ মুখলৈ চালে।

জেপত হাত ভৰাই কমালখন বিচাৰিলে চম্পাই। নাপালে, নাপাই কামিজৰ হাতটোৰেই মুখখন মোহাৰি ললে।

চম্পাৰ মুখলৈ চাই ৰতনৰ পুতৌ উপজিল। তাক অলপ সকাহ দিবৰ বাবেই ৰতনে ক'লে, নয়ন ভাই ! ইচ্ছা কৰিছে যেতিয়া চলাব দে।

'হেঁ ! কি কলি ?' নয়নে সোঁহাতখন চেপেনাৰ আকাৰ কৰি ৰতনৰ নেলুটোৰ ফালে আগবঢ়াই দিলে।

পিছে চেপেনাই নেলুটো ঢুকি পোৱাৰ আগতেই ৰতন দুখোজ মান পিছুৱাই গ'ল। চোঁচা লৈও খুটিব নোৱাৰিলে ফেঁটীসাপে যেনেকৈ ফোঁচ ফোঁচাই উঠে ঠিক তেনে ধৰণৰ শব্দ এটা নয়নৰ গলৰ পৰাও নিৰ্গত হ'ব ধৰিলে।

'আৰে ৰিক্সাৱালা হ'ব পাৰো বে', অকণমান দম লৈ নয়নে ক'লে, ৰিক্সাৱালা হলো বুলি কি একো নিয়ম নাই ? তাৰ বিহাৰী বেটাৰ ইজ্জত নাথাকিব পাৰে।

নয়নে সোঁহাতখন মুঠি মাৰি ধৰিলে আৰু চম্পাৰ ওপৰত খঙৰ বাবেই হওঁক বা ৰতনৰ ডিঙিটো মুচৰিবলৈ নোপোৱাৰ বাবেই হওঁক ৰিক্সাৰ চেদেলখনত ভুকু মাৰি দিলে।

চম্পালাল বিহাৰী. বিহাৰৰ পৰা অহা বাবেই বিহাৰী। কিন্তু বিহাৰী বুলি ক'লে—চম্পাই এটা সুবুজা বেদনা অনুভৱ কৰে। হয়তো তাৰ মানসপটত জিলিকি উঠিব বিচাৰে এখন গাঁৱৰ-ৰিণিকি ৰিণিকি ছবি ; অথবা 'বিহাৰী' শব্দটোৰ লগত জড়িত হৈ থকা পুতৌ পুতৌ ভাবটো তাৰ সমূলি সহ্য নহয়। নতুবা এনেও হ'ব পাৰে যে ইহঁত—নয়ন, হৃদয়, মতিন, চফিকুৰ—ইহঁতৰ লগত একেখন ঘৰ একেটা পৰিয়ালৰ দৰে থাকি থাকি এতিয়া বিহাৰী বুলি ক'লে তাৰ স্বাভাৱিকভাৱেই ভাল নালাগে।

আটাইকেইটাই নয়নৰ মুখলৈ চালে।

হঠাতে খঙ উঠা বাবে নয়নে যেন নিজেও লাজ পালে। সেয়ে সি এখন হাতেৰে

চম্পাৰ পিঠিত চপৰিয়াই চপৰিয়াই ক'লে, আৰে ভাই চম্পা, হ'ব দে হ'ব। তই তোৰ গাড়ীতে উঠিবি। কিন্তু চলাম মই।

তথাপি পৰিবেশটো সহজ হৈ উঠা দেখি নয়নে পুনৰ ক'লে, হেই হেবো! শুনিছনে নাই? তোৰ গাড়ী মই চলাম।

চম্পাই মূৰ জোকাৰিলে।

অৰ্থাৎ কথাটো সি মানি লৈছে।

নিজৰ তিৰোতাজনীক বহুৱাই লৈ উড়ন্ত গতিত গাড়ী চলাই চহৰ ঘূৰাবলৈনো কাৰ মন নাযায়। কিন্তু আজি হ'ল তাৰ বিয়াৰ দিন। নয়নে হক কথাতে ধৰিছে। —কথাখিনি যথোচিত মগজুত সোমোৱাৰ লগে লগে চম্পাই যথোচিত লাজ পালে আৰু নয়নৰ হাত এখন থামোচ মাৰি ধৰিলে।

নয়নে সুধিলে, কি-ৰে বিহাৰী, তোৰ আকৌ হ'ল কি? হাতখন এনেকৈ ধৰিছ কিয়?

'মোৰ ভুল হৈছিল নয়ন ভাই।'

ঘেট ঘেটাই হাঁহি দিলে নয়নে। হাঁহিটো সাম কাটিলত সি কলে, ভুল তোৰ হোৱা নাই চম্পা। ময়ো প্ৰথম দিনা মোৰ বিবিক নিজৰ গাড়ীত নিজে চলাই উঠাই আনিছিলো। কিন্তু সেইবুলি তোকো সেইটো কাম কৰিবলৈ দিব নোৱাৰো।

সাহ পাই লেন চেলাই ৰতন কাষ চাপি আহিল। সি কলে, আৰে মজাৰ কথা দেখোন ওস্তাদ। কোৱানা—

'মজাৰ কথা আৰু কি ৰে বঙাল? মোৰ বিবিক মই আনিছিলো গভীৰ নিশা, অকলে, তাকো চুৰি কৰি—পলুৱাই। আৰু ই চম্পাই বাইজক দেখুৱাই বিয়া কৰি কইনা নিব। তফাৎ আছে। আকাশ পাতাল তফাৎ।'

## দুই

'প্ৰছেছনটো ঠিক এনেকৈ যাব লাগিব।'

নয়নে তাৰ পৰিকল্পনাটো দাঙি ধৰিলে।

'প্ৰছেছন।'

ৰতনে ফিচিক্‌কৈ হাঁহি পেলালে।

হৃদয়ে ধমক সোধালে, চুপ! বন্ধ কৰ হাঁহি।

নয়নে ক'লে, সব বৰ মানুহৰ বেটাই এই প্ৰছেছন দেখিব লাগিব। পূৰণা

আমোলাপট্টি, জ্যোতি নগৰ, আকাশী পথ হৈ বিষ্ণুপুৰেদি লাচিত পাৰ্ক হৈহে আমি মেথৰ পট্টিলৈ যাম।

চম্পাই ক'লে, আকাশী পথৰ পৰা একদম চিধা মেথৰপট্টি।

'কিয় ? বিষ্ণুপুৰ বাদ পৰিল কিয় ? বিষ্ণুপুৰেইতো আচল।'

'সেইফালে গলেই লাচিত পাৰ্ক হৈ যাব লাগিব।' চম্পাই ক'লে, লাচিত পাৰ্কৰ ধাচনাটোত গাড়ী উঠাবলৈ বৰ কষ্ট হয়।

'আৰে বন্ধ কৰ।' নয়নে টিলিকিতে তাৰ কথা উৰাই দিলে। সি ক'লে, তইতো গাড়ী নাটান, টানিম মই। তই চুপ চাপ বহি থাকিবি।

আচল কথা ওথ ধাচনাটো নহয়, চম্পাই কথাটো ফুটাই নকলে। আচলতে সি টান পায়—ল'ৰা-ছোৱালীবোৰৰ অত্যাচাৰ। এটা দুটাতো নহয়, প্ৰায় কুৰি পঁচিশটা ল'ৰা ছোৱালীৰে ভৰি থাকে পাৰ্কখন। ৰিক্সাৰ টিলিং-টালাং শুনিলেই সিহঁতৰ পাঁচোটা-দহোটা মানে দৌৰি উঠি আহে ৰাস্তাৰ মাজলৈ। ৰিক্সাৰ বোকোচাই পিঠিয়েতো ওলমিবই, পাৰিলে দুটা মানে চলি গৈ থকা-চকা কেইটাতো ওলমিব বিচাৰে।

এদিন দুদিন নহয়, প্ৰায় সদায়েই পুনৰাবৃত্তি হয় এই 'ধেমালী'ৰ। চম্পাৰ ৰিক্সা আহিলে এই অত্যাচাৰৰ প্ৰকোপ চৰে।

'ঐ বিহাৰী, দহ পইছা দিবি, চেনা খাম।'

দহ পইছাৰ চানাচুৰ দহটা ল'ৰা-ছোৱালীয়ে কেনেকৈ খাব ? এটাক দিলেতো নহ'ব দিলে দহোটাকে দিব লাগিব। এই ল'ৰা-ছোৱালীবোৰ ' ইহঁতক সঁচাকৈয়ে সি চকু-পাৰি দেখিব নোৱাৰে।

চম্পাই কয়, আৰে নাম নাম ভাইটিহঁত। আজি বহনিয়েই হোৱা নাই।

'ইস্ সদায় বহনি নহয়। যা, নানামো তোৰ ৰিক্সাৰ পৰা।

পইছাৰ কথাটো মিছা।

কথা হ'ল সিহঁতে ৰিক্সাত ওলমিবই আৰু চম্পাই টানি টানি সিহঁতক ধাচনাটোৰ ওপৰলৈ তুলিব লাগিব।

কি যে অদ্ভুত স্ফূৰ্তি '

কপালত বিয়পি পৰা ঘামৰ কণিকাবোৰ বাওঁহাতৰ তৰ্জনীৰে চুচি আনন্দত কিৰিলিয়াই উঠা ল'ৰা-ছোৱালীবোৰলৈ ঘোপাকৈ চাই চম্পালালে।

চম্পাৰ থং উঠা বুলি জনিলে সিহঁতৰ স্ফূৰ্তি চৰে।

কোনোবা এটাই লগাই দিয়ে।

বাকীবোৰে গাই— ।

'চম্পালালৰ বিকৃচা'

—কি যে ম—অ—জা ।'

'চম্পা বিকৃচাৱালা'

—এটা পইছা দেনা ।

'চম্পালাল বি-হা-ৰী'

—কোনে দিব ছো-ৱা-লী ;

## তিনি

নয়নৰ কথাই বজিল ।

প্ৰথমে আমোলাপট্টি, তাৰপাছত জ্যোতিনগৰ ।

আকাশী পথ ।

বিষ্ণুপুৰ খানদানী মানুহৰ বাসস্থান । দহখন বিক্সা শাৰী পাতি আগবাঢ়িল ।

নয়নৰ আগে আগে আগবাঢ়িছিল গণপতি । নয়নে বিং মাৰি ক'লে, ঐ চা-না গণপতি ভায়া, বেটাহঁতে কেনেকৈ মুখ মেলি বেঙাৰ দৰে চাইছে ।···আৰে ইনকিলাব নহয় বে, বিয়াৰ প্ৰছেছন, চম্পালালৰ বিয়া । এটা ফেষ্টুন বনাই লব লাগিছিল বে, ভুল হৈ গ'ল । গা-না গণপতি, এটা গানা কৰনা !

গণপতিয়ে ক'লে, নয়ন ভায়া ! মুই যে বিয়া নাম নাজানিছে ।

'বিয়া নাম নাজান কি হ'ল ? জনা এটা গা ।'

গণপতিয়ে সুধিলে, দুখৰ গান গালে হ'ব কি ?

'আৰে গা গা বুঢ়া শগুণ, তোৰ সদায় দুখ ।.

বুঢ়া শগুণৰ অৰ্থ বুজি পাই গণপতিয়ে । তথাপি-সি নয়নৰ কথাত নধৰিলে । বিক্সাৰ পেদেলপাত দুবাৰ মান পিছলৈ ঘূৰাই ডিঙিটো পৰিষ্কাৰ কৰি ললে সি । তাৰপিছত তাৰ নিজস্ব বিকট সুৰেৰে এটা ভোজপুৰী ৰসিয়া গাবলৈ ধৰিলে ।

···বৰষা বৰষা বিতৈ ।

হাঁয় ৰাম ! থতোঁৰা না ভেজেলা

না ভেজেলা কপয়া, পৰদেশীয়াঁ··· ··

হৃদয় আছিল একেবাৰে পিছত ।

সি কণ্ঠ উজাৰি শলাগিলে, আৰে বাহ, বাহ গণপতি ভায়া ।

নয়নক বাদ দি লাইনৰ আটাইবোৰ বিক্সাৱালাই তাল মিলাই গণপতিক অনুকৰণ কৰিবলৈ ধৰিলে ।

চম্পাই আঁৰ চকুৰে কইনাজনীৰ মুখলৈ চালে।

মুখখন ঢাকখাই আছিল একাঠি ওৰণিৰ তলত।

সি একো দেখা নাপালে।

তাৰ অন্তৰ্ভে বেয়া নালাগিল।—নতুন কইনা, অলপ লাজ কৰিবই।

কাঁচৰ খাৰুৰে ভৰা হাতখনকে সি ভয়ে ভয়ে চুই চালে।

খাৰুবোৰ খৰখৰাই উঠিল।

তাই কিন্তু হাতখন একৰাই নিনিলে। সিও অলপ সাহস পাই দুয়োখন হাতেৰে তাইৰ খাৰুৰে ভৰা হাতখন আলফুলকৈ গাৰ কাষলৈ টানি আনিলে।

গণপতিৰ নিচা লাগিছিল, গীতৰ নিচা।

দূৰদেশীমেহী লইঁডাই

পৰদেশীমেহী লইঁডাই

লডাইছে লুটে নঁহী

আৰে মেৰী মন্থৰা,

পৰদেশীয়ঁা

চম্পাই ফিচ ফিচাই সুধিলে বেয়া লাগিছেনেকি?

তাই একো উত্তৰ নিদিলে।

উত্তৰ দিলে স্বয়ং নয়নে, ঐ হাৰামজাদা, ৰিক্সাৰ ওপৰতেই আৰম্ভ কৰি দিলি নহয়। লাজ-কাজ বুলিবলৈ যদি কিবা অকণমান থাকিলহেঁতেন।

খাৰুৰে ভৰা হাতখন ঘপহকৈ এৰি দিলে চম্পালালে।

তাৰ কাণ দুৰ গৰম হৈ উঠিল। নয়ন বেটাৰ কাণখন অলপনেকি?

ৰিক্সাৰ গতি ধীৰ হৈ আহিল।

পাৰ্কৰ কাষৰ পৰাই ৰাস্তাটো ক্ৰমাৎ ওখ হৈ পৰিছে। নয়নে ছিটৰ পৰা নামি ৰিক্সাখন সন্মুখৰ ফালে টানি নিবলৈ ধৰিলে।

পাৰ্কখনত লʼৰা-ছোৱালী ভৰ্তি হৈ আছিল। লানি পাতি অহা ৰিক্সাবোৰ দেখিয়েই সিহঁত ৰাস্তালৈ দৌৰি আহিল।

কোনোবা এটাই সুৰ লগাই কʼলে, ইনকিলাব—

বাকীবোৰে সমস্বৰে কলে, জিন্দাবাদ।

'কমিনিছ পাৰ্টিক'

—ভোট দিয়ক!

ঘেট ঘেটাই হাঁহি দিলে নয়নে। কʼলে, নহয় ঐ ভাইটিহঁত, বিয়া, ৰিক্সাৱালাৰ বিয়া।

নিচেই এধানমানি ছোৱালী এজনীয়ে সুৰ লগাই সুধিলে, কোন বজাৰ বি-য়া ?

নয়নেও তাইৰ মাতক অবিকল নকল কৰি উত্তৰ দিলে, চম্পালালৰ বি-য়া। তনটি-উৰুলি দি-য়া—।

তাই আৰু ক'ত উৰুলি দিব ?

গোটেইজাক ল'ৰা-ছোৱালীয়ে হুৰমুৰকৈ আহি চম্পালালৰ ৰিক্সাখন বেৰি ধৰিলেহি

'ঐ চাচোন, কিমান লাজকুৰীয়া কইনা ?'

'অ' খুড়ী, দেখুৱানা মুখখন !'

চম্পালাল জৰ ঘামে ঘামি উঠিল।

খঙো উঠিল তাৰ, এই ল'ৰা-ছোৱালী মখা। কি যে উৎপাত ইহঁতৰ। নগুৰ নাগতি নকৰাকৈ তাক আজি ক'ত এৰিব ইহঁতে।

এধানিজনীও কম নহয়। তাই ৰিক্সাখনত উঠি কোনোবা এবাৰত কইনাজনীৰ মুখখন জুমি চালেই, চায়েই আনন্দত কিৰিলিয়াই উঠিল, বৰ ধুনীয়া' বৰ ধুনীয়া পাই।

কোনোবা এটাই গালে,

'চম্পালাল বিহাৰী'

আনবোৰে সমস্বৰে ক'লে, পালে ধুনীয়া ছোৱালী।

'চম্পা ৰিক্সা ৱা—লা'—

–দেহটা পইছা দে-না।

চম্পালালে খপজপকৈ জেপত হাতখন ভৰাই বাহিৰলৈ উলিয়াই আনিলে। তাৰ হাতত এখন দহ টকীয়া নোট উঠি আহিল।

'ঐ ল'ৰাইত। ল' ল। লৈ আঁতৰি যা।'

সিহঁতে নোটখনৰ ফালে হাত মেলেমিলিলে। বৰং কেনোবা এটাই ভেঙুচালিহে কৰিলে, ইস্, আজি বিয়াৰ দিনানো ক'ত বহনি কৰিলা ? আনদিনা হলে দহটা পইছাও সৰি নপৰে।

এই সৰু মৰু ল'ৰাবোৰ' ক'ত জানো শিকে, কথাত একদম পকা। চোলাৰ হাতটোৰে মুখখন মোহাৰি ললে চম্পালালে।

হঠাতে জানো কি হ'ল ল'ৰা-ছোৱালীবোৰে একেলগে ৰিক্সাখন ওপৰলৈ ঠেলিব ধৰিলে।

ধাচনাটো কম নহয়। মানুহ উঠাই নিয়া বাদেই—খালি ৰিক্সা একোখন ওপৰলৈ উঠাওতেই মৰ ঘাম বাজ হৈ যায়।

ল'বা-ছোৱালীবোৰে বিস্থাখন ঠেলাৰ লগে লগে নয়নকো উচটাবলৈ ধৰিলে, ঐ নয়ন গুণ্ডা, টান টান, নামিব নালাগে, উঠি উঠি টান।

সিহঁতৰ চিঞৰ ৰাখবৰ মাজতে বিস্থাখন অনায়াসে ধাচনাটোৰ একেবাৰে ওপৰলৈ উঠি আহিল আৰু উঠাৰ পাছত চালামাৰে হুৰ হুৰ কৈ নামি আহিবলৈ ধৰিলে।

কইনাজনীয়ে ওৰণিখন খহাই পিছলৈ ভুমি চালে। এমা-দিমা এমথা ল'বা-ছোৱালী।

চম্পাই কইনাজনীৰ হাতৰ পৰশ অনুভৱ কৰিলে।

তাই কওঁ নকওঁকৈ ক'লে, বৰ ধুনীয়া, ধুনীয়া নহয়নে ?

চম্পাই প্ৰথমবাৰৰ বাবে কইনাজনীৰ মুখখন দেখা পালে। সি যেন হতভম্ব হৈ পৰিল। চায়েই থাকিল কইনাজনীৰ মুখলৈ।

কি হ'ল, কি চাইছা ? তাই সুধিলে।

এটা অবুজ লাজে যেন চম্পাক হেঁচি ধৰিলেহি, নিজকে লুকুৱাবৰ বাবে সি খপজপ কৈ কলে, হয় ধুনীয়া, ধুনীয়া। এই ল'বা-ছোৱালীবোৰ আচলতে খুব ধুনীয়া। দুদিন মান যাওক, তুমি তোমাৰ মুন্না আৰু ৰশ্মিকো লৈ আহিবা। তোমাক নাপালে সিহঁতৰ বৰ কষ্ট হ'ব।

চম্পালালৰ কথাখিনি ঠিক পিছে পিছে আহি থকা হৃদয়ৰ কাণত সোমাইছিল। সি মূৰ তুলি চালে, কিন্তু কণ্ঠ ভেদি ওলাই আহিব বিচৰা কৌতুক মিহলি চোকা বাক্য বানপাত সি কণ্ঠতেই সামৰি থলে।

তাৰ সাহস নহ'ল।

( জনজীৱন / ১৯৮৫ )

# ঘাঁচু বাবুৰ মহল

## এক

চামচেৰ মিঞাৰ এটা বদনাম আছে, সি হ'ল মস্ত কানীয়া। শৰীৰৰ শক্তিও আন কেইটাৰ তুলনাত কম। কিন্তু চুলিহীন মূৰটো অতিপাত ঠাণ্ডা আৰু কৌশলৰ ভঁৰাল। এই বিশেষত্বৰ বাবেই দলত থকা প্ৰতিজনেই চামচেৰ মিঞাক সমীহ কৰি চলে। চামচেৰক চকুপাৰি দেখিব নোৱাৰা সনাতন কলিতায়ো সুযোগ পালেই কয়, চালা বাঙনাদেশীৰ মাথাটো এটা পায়খানাৰ গাঁত।

লাংজেন নদীৰ কাষৰ কেম্পটোত কাঠ লোড কৰাৰ দিনাই এই উপমাটো পোন প্ৰথমবাৰৰ বাবে সনাতন কলিতাৰ মূৰলৈ আহিছিল। তাৰ পিছৰে পৰা শ'ল ঠেকত পৰিলেই আটাইকেইটাই ইটোৱে সিটোৰ মুখলৈ চায় আৰু পোৱালি হাতীৰ দৰে লোদোৰপোদাৰ শৰীৰটো কচালি কচালি সনাতনে কয়, মাত মাত, এতিয়া পায়-খানাৰ গাঁত।

কূট-কৌশলৰ সৰু সৰু পোকাবোৰে সঁচাকৈয়ে লিৰ্‌বিৰাইথাকে চামচেৰৰ মগজুত। কিন্তু উপমাটো যিমানেই ৰজিতা খোৱা নহওক কিয়—সি কোনোপধ্যেই সহ্য কৰিব নোৱাৰে। চামচেৰৰ মগজু ঠাণ্ডা, সহ্য শক্তিও অপাৰ। আচল কথা হ'ল সিও সমূলি সহ্য কৰিব নোৱাৰে সনাতন কলিতাক।

এবাৰ লাংজেন কুপৰ মহলদাৰ ঘাঁচু বাবুৰ 'দুৰ্ঘোৰ কাল' পৰিছিল। ইটো নাই, সিটো নাই, কাঠ টনা ভাল গাড়ীখনেই গৰাত বাগৰি পৰিল, মাম্নাতমৰা ড্ৰাইভাৰটোও পলাই পটং দিলে—মূঠৰ ওপৰত হাজাৰটা পয়মাল। শেষত গৈ 'চাইদিঙ'ৰ বাবে বন্দোৱস্ত কৰা হাতী কেইটাও বেছি টকা পাই হাতীৰ মালিকে কপিলী কুপলৈ পঠালে।

ঘাঁচুবাবুৰ চকু কপাললৈ উঠিল।

বাৰিষা আৰম্ভ—এই হওঁ, এই হওঁ। আৰম্ভ মানেই শেষ। হ'ব চলি.. বোলৰ বাপ। বাৰিষা যাওঁক, ৰাস্তা পদূলি শুকাওক—বহি থাকা হাত ভৰি কোচাই।

চামচেৰ মিঞা ঘাঁচু বাবুৰ সোঁহাত। শেষত গৈ ঘাঁচু বাবুৱে কাষলৈ মাতি চামচেৰ মিঞাকে সুধিলে, বোলো মিঞা ভাই কৰো কি এতিয়া?

ধান পকে মানে টুনিৰ মৰণ। কপিলী কুপৰ সাগৰমল বাবুৰ হাতত পৰিছে যেতিয়া হাতী কেতিয়া ঘাঁচু বাবুৰ হাতত পৰিবহি তাৰ ইয়াত্তা নাই।

মিঞাই পিছে ক'লে, ঘাচু বাবু চিন্তাৰ কাৰণ নাই। হাতী দেখোন আমাৰ কেম্পতেই আছে।

—আমাৰ কেম্পত্ত হাতী ? ঘাচু বাবুৰ মুখখন পোহৰ হৈ উঠিল।

ঘাচু বাবুৰ লগতে কাঠ তোলা আটাইকেইটা বন্ধুৱাই চামচেৰ মিঞাৰ মুখলৈ চালে।—ক'ত ? হাতী ক'ত ?

চাধাখিনি তপৰকৈ গিলি চামচেৰে ক'লে, কিয় আমাৰ সনা কলিতা। আচল হাতী আহি পায়হি মানে দেখোন তেওঁকে চাইদিঙত লগাব পাৰি।

নেগুৰত কোব খোৱা ফেঁটী সাপৰ দৰে ফেঁট তুলি ধৰিলে সনাতন কলিতাই।—লোকৰ সানা খোৱা বাওনাদেশী। তোৰ মাৰক—

আমন জিমনকৈ চামচেৰ মিঞাই ক'লে, দুখ নিদিবা সনাভাই আই সকতেই সিফলীয়া হ'ল। মুখখন দেখাও মোৰ মনত নপৰে।

সনাতন কলিতাও এবা ভকত নহয়। ক'লে, তেন্তে তোৰ বাপেৰক—

—বাবাকনো কিয় টানা ভাইজান। তেও দেখোন আইৰ আগতেই সিপুৰীলৈ গ'ল।

একো নাই হৈ সনাতন কলিতাই ক'লে, চালা পায়খানাৰ গাঁত।

উপায় নাই।

চামচেৰ মিঞা মনে মনে থাকিল।

দুদিন নাযাওঁতেই সঁচাসচি হাতী আহিল। এমাহ মানৰ ভিতৰতে ঘাচুবাবুৰ কাঠ টনাও শেষ হ'ল। পিছে সনাতন কলিতা আৰু চামচেৰ মিঞাৰ বাক্-বিতণ্ডা হলে শেষ নহ'ল।

ঘাচুবাবুৰ কাঠৰ কুপত দুয়োটাৰে স্বকীয়া স্বকীয়া স্থান আছে। তথাপি সিহঁত দুয়োটাই নিজে নিজে ভাবে সি নহ'লে ঘাচুবাবুৰ কুপ অচল।

ঘাচুবাবুৱে গোফৰ তলত মিচিকিয়াই হাঁহে। চামচেৰ যদি সোঁহাত, সনাতন তেওঁৰ বাওঁহাত। সনাতনক অকলশৰীয়াকৈ মাতি নি তেওঁ ফিচ্‌ফিচাই কয়, এই বছৰ থাকছোন। অহা বছৰ তোক মোৰ মহৰি পাতিম। আনহাতে চামচেৰ তেওঁৰ সবাতোকৈ পুৰণি বন্ধুৱা। কাঠ টানোতেই তাৰ জনমটো গ'ল। তাক তেওঁ চলাহি কথা নকয়, কলেও চামচেৰ নাৰৰীয়াৰ পোৱালি, নাৰত টোকৰ মাৰিলেই গম পায়।

কিন্তু তেওঁ চামচেৰক অনুগ্ৰহ দেখুৱাই অন্য পথেৰে।

চামচেৰ বেমাৰী মানুহ। মেলেৰীয়াই বেপি বেপি ঘুণীয়া কৰা দেহা। অকণ-

মান বস্তবটো ভাৰবীয়া হলেই সি চাঙত জুপুকা মাৰি বহি থাকে। কুইনাইনে চামচেৰক কাটু কুটেই কৰিব নোৱাৰে। গম পালেই ধাচুবাবুৰ ড্ৰাইভাৰ ৰতন সিঙৰ হাতত বটল এটা পঠিয়াই দিয়ে—উনত্ৰিশ কিলোমিটাৰ চাহু কাঞ্চীৰ দোকানৰ চুলাই অথবা কেতিয়াবা পঠায় আধা বটল চিলঙীয়া ৰাম।

পেটত অকণমান পৰিলে জ'কাটো কমে, চামচেৰ বহা বা শোৱাৰ পৰা উঠি আহে। কাঠ ঠেলিব নোৱাৰিলেও কাষত থাকি বলি দিবলৈ আৰম্ভ কৰে চামচেৰ মিঞাই।

'ৰাম ৰাম ব'ল'

—হেইচো!

'আউৰ থোৰা'

—হেইচো"

বলি দিয়াত চামচেৰ মিঞাৰ সমতুল্য নাই। প্ৰকাণ্ড প্ৰকাণ্ড একোডাল কাঠৰ টুকুৰা কিহৰ বলত যে মাটিৰ পৰা ট্ৰাকৰ ওপৰলৈ উঠি আহে!

চামচেৰে বলি দিলে সনাতন কলিতাইও যেন গাত সঁচাকৈয়ে এটা হাতীৰ বল পায়।

সিহঁতৰ দলত আঠোটা বনুৱা, কেউটা লাঠুৰা-লাঠুৰা নহলেও তেনেই পৰি মৰাও নহয়। দুটা ওপৰত থাকে ৰচি টানি—দুটাই ধৰে কাটা, দুটাই ধৰে চিপিয়া। বাকী দুটাৰ কাম হ'ল ওপৰলৈ উঠি গৈ থকা লগ আৰু স্লীপাৰৰ মাজত পিছলাই পিছলাই গটুকা লগাই যোৱা।—সাধাৰণতে চামচেৰৰ ভাগতে পৰে—বলি দিয়া কাম।

## দুই

আচলতে চামচেৰ মিঞা কাৰ্নীয়া নহয়।

চামচেৰ হ'ল বেমাৰী। তাতে তাৰ প্ৰিয় বিলাসো হ'ল বিড়ি হুপা, সেয়ে সুযোগ পালেই কুহুৰ-কুহুৰকৈ কাহে। কেইদিনমান যদি হাঁহি মাতি ফুৰে, পিছৰ দুদিনমান মেলেৰীয়া দেৱীৰ প্ৰেমত লাওলোৱা হৈ জুপুকা মাৰি থাকে।

কিন্তু সেই দুদিন বা তিনিদিনেই। তাৰপিছত আকৌ শুনা যায় চামচেৰৰ টেটুফলা চিঞৰ।

'ধাচু বাবু'

হেইচো!

'ধাম চোৰ'

—হেইচো ॥

'পেটাল ঘাচুৰ'

—হেইচো ।

'ফাটিল পেট'

—হেইচো ॥

'ওলাল গাহৰি ।'

—হেইচো ॥

## তিনি

এইবাৰ কিন্তু চামচেৰ সঁচাকৈয়ে টান নৰিয়াত পৰিল। আৰম্ভ হৈছিল মেলেৰীয়াৰ কঁপনিৰেই।

ঘাচু বাবুৱে থাটি ৰামকে পঠালে আধা বটল, কামত নাহিল। ৰতন সিঙে বন দৰৱ বটি দিলে, গিলি চামচেৱে পুনৰ বতিযাই দিলে। কোনোবাই দিহা দিলে, ডাক্তৰ আন। ডাক্তৰ? এই অগাইধনি অৰণ্যত ডাক্তৰ আৰু ক ত পোৱা যায়। সাগৰমল বাবুৰ মহৰিজনে হাবিতলীয়া বেমাৰ চিনি পায়। কোনোবাই মাতিলে, তেৱেঁা আহিল, মন্তব্য কৰিলে, মেলেৰীয়াতো নহয়। বাগৰি কিহবাত পৰিছেগৈ—পেৰা-টাইফদ। নগাঁওলৈ লৈ যোৱা। আন নহলেও লংকালৈকে নিয়া। তাতো আজি-কালি বেমাৰ চিনা ডাক্তৰ দুই এজন হৈছে।

ঘাচু বাবুৱে কলে, সেইটোনো কি কথা? লগ টনা গাড়ী গৈ আছে, আহি আছে। কাঠৰ লগতে লৈ গলেই হ ল।

চামচেৰক বহুৱাই নিব নোৱাৰি। শুৱাই নিব লাগিব।

—বাবু, খালি গাড়ী এখনকে দিয়ক। কোনোবা এটাই ক লে।

খালি গাড়ী ক'ত পাবি। ঘাচু বাবুৱে ক লে, এতিয়া চিজন্ টাইম্। নগাঁওত এক ট্ৰিপ মাল দিয়া মানেই আঠ শ টকা। মেলেৰীয়া বেমাৰী এটাৰ বাবেই গাড়ী এখন বন্দী কৰিব পাৰিবনে? তাৰ উপৰি আছে অহা-যোৱা তেলৰ খৰচ।

কথোপকথনবোৰ চামচেৱে হৰ পায় শুনি আছিল।

াস সেহাই সেহাই ক'লে, নালাগে বাবু। বেমাৰনো কি, দুদিনৰ পিছত আঁতৰি যাব। ঐ সনাতন, যা-যা, ভেলুত হাত নিদিবি, জেনজাৰ আছে। লাগী লগৰবোৰকে এই কেইদিন তইঁতে তোলগৈ।

কাৰ কাৰণেনো আৰু পৃথিবীৰ চকা অচল হৈ পৰে?

চাম্চেৰ নাই, সনাতন আছে। সনাতন নাথাকিলেও কোনোবা ধনাতন-মনাতন এটা ওলাব।—ঘাঁচু বাবুৱে সনাতনক আওহতীয়াকৈ মাতি নি ক'লে, সি মিঞাই ভাবিছে—সি নহলে গাড়ীত লোডেই নহ'ব। আৰে আঁচল কথা হ'ল গাৰ জোৰ। জোৰ থাকিলে কাঠ কি, গাড়ীৰ ওপৰত পৃথিৱীখনো তুলিব পাৰি।

সনাতন খুচী। সি ক'লে, হব ঘাঁচুবাবু। এই সনা কলিতা থাকোতে কিহৰ পৰোৱাই।

--শুন শুন। ঘাঁচুবাবুৱে তাক পুনৰ কাষলৈ মাতি ক'লে, সাগৰমল বাবুৰ লোডিং পাৰ্টি নাই, তেওঁৰ লোডিং কনট্ৰেকটোও তইঁতকে দিয়াম।—ইয়াৰ কামটো দুই এইদিনতে শেষ কৰ। চুপ্‌চাপ থাকিবি, এক ট্ৰিপ মালত তই পাঁচ টকাকৈ বক্‌চিচ পাবি।

এক ট্ৰিপত পাঁচ টকা!

সনাতন উত্তেজিত হৈ পৰিল।

## চাৰি

পুৱা পাঁচখন কাঠ টনা ট্ৰাক একেলগে আহিল। তাৰে তিনিখন ঘাঁচু বাবুৰ। দুখন সাগৰমলৰ।

সনাতনে কেম্পৰ ভিতৰৰ পৰাই চিঞৰ লগালে, হেই ৰতন সিং, তোৰ গাড়ী আগতে লগা। ঘৰৰ গাড়ী আগতে, পিছত আনৰ গাড়ী।

ৰতন সিঙে কিন্তু গাড়ীখন লোডিং চাইটলৈ নানিলে।

সনাতনৰ ধৈৰ্যচ্যুতি ঘটিল।

--ঐ পান্‌জাপী বেটা, শুনা নাই, মাকৃচাই --

ৰতন সিং গোৰ্‌গোৰাই উঠিল। আটায়ে শুনাকৈ ক'লে, আৰে চাল্‌লা হাতী পোৱালী! তই কি মাক ধৰি গালি পাৰিছ। জংঘলী জানোৱাৰ, খালি জানোৱাৰৰ ভাষা কৰি মুখেৰে।

—আৰে যা-যা ভাল মানুহৰ বেটা। সনাতন কলিতাই ধমক দিয়াৰ সুৰত ক'লে, গাড়ী লগালে লগা, নহলে চাইড কৰি দে।

—যা, পাৰ যদি চাইড কৰি লগৈ। ৰতন সিঙে ক'লে, মই আজি ষ্টিয়াৰিঙত হাত নলগাওঁ।

—হ'ল কি? সনাতন কলিতাই অলপ মোলায়েম সুৰত সুধিলে, ঘাঁচু বাবুৰ লগত লাগিলিনেকি?

—নালাগিম বেইমানৰ লগত। খণ্ডৰ ভমকত পায়জামাৰ বচিতাল খুলি জেলু কাঠৰ ভাঙৰ টুকুৰা এটাৰ ওপৰতেই পেচাব কৰি দিলে ৰতন সিঙে।—মই মহলদাৰ বেটাৰ মহৰিক কৈ দিছো, ফাষ্ট ট্ৰিপত চামচেৰ মিঞা নগাঁও চিভিলৈ যাব, তাৰপিছৰ ট্ৰিপতহে মই লগ টানিম।

সনাতন কালিতা কিছু সময় জুনুকা মাৰি থাকিল। তাৰপিছত শান্তভাৱে ৰতন সিঙৰ পিঠিত থপৰিয়াই থপৰিয়াই কলে, কি লাভ বে মহলদাৰৰ সকটো হৈ চলাটোৰেই ভাল। তই মই নাথাকিলেও তেওঁৰ চলি যাব।

—আৰে বাদ দে ৰে সনা কলিতা। ৰতন সিঙে কলে, মই নহলে তাৰ গাড়ী চলে, নে তই নহলে তাৰ কাঠ গাড়ীৰ ওপৰলৈ নিজে নিজে উঠে?

—তথাপি লাভ নাই ৰতন সিং।

—লাভ নাই। ঘেটু ঘেটাই হাঁহি ৰতন সিঙে ক'লে, গাড়ী বন্ধ কৰা বুলি গম পালে শগুনে হাগা পেটুৱা বেটা দাউৰি আহিব। একদিন গাড়ী বন্ধ কৰা মানে আৰহাই হাজাৰ টকা পানীত। আৰে মহাজন বেটাই চব কৰি দিব পাৰে বে, কিন্তু টাকা পানীত পইৰবা দিবাৰ নহয়। বুজ্‌ছা চাল্‌লা ধামা ধৰা সনা কৈল্‌তা?

এনে ঢঙত কথা কোৱা মানেই সনাতন কলিতাক ইতিকিং কৰা, হেয় প্ৰতিপন্ন কৰাকে বুজে সনাতন কলিতাই। সেয়ে সি ৰুদ্ৰমূৰ্ত্তি ধৰি গোঁজৰি উঠিল, বেটা পান্‌জাপী! হেণ্ডিমেন কৰোতেই জনম গ'ল, ড্ৰাইভাৰ হৈ এতিয়া কি লেক্‌চাৰ মৰা কথা। চাল্‌লা নাম নাজানো তোৰ—

কাঠ তোলা চিপিয়া এডাল একে কোবে দাঙি লৈ সনাতন কলিতাই ৰতন সিঙক সিপুৰীলৈ পঠাবৰ বাবে বীৰদৰ্পে আগুৱাই আহিল।

ৰতন সিঙে দেখিলে—কথা বিষম। এনে মুহূৰ্তত পলায়নেই হ'ল বুদ্ধিমানৰ প্ৰাথমিক কৰ্ত্তব্য!

ৰতন সিঙ দৌৰি পলাল। গাড়ীখনো ষ্টাৰ্ট কৰি একাষৰীয়া কৰি থলে। কিন্তু সি তাৰ কথা ৰাখিলে। দিন বাগৰিল, এন্ধাৰো নামিল। ৰতন সিঙে নিজৰ গাড়ীত লোড নকৰিলে।

## পাঁচ

পিছদিনা ব'দ চেৰেঙা অলপ টান হোৱা যেন পাই ৰতন সিং আৰু তাৰ হেণ্ডিমেনটোৱে ধৰা ধৰি কৰি চামচেৰ মিঞাক বাহিৰলৈ উলিয়াই আনিলে।

—মোক কৰোবাত আটকাই ৰহুৱাই দেছোন। চামচেৰ মিঞাই, সেহাই সেহাই

ক'লে, তাত এমুঠি মোলৈও বান্ধ। থাবলৈ মন গৈছে যেতিয়া দুই এদিনতে কাম কৰিব পৰা হ'ম।

সিহঁতে চামচেৰক চিধা কাঠৰ টুকুৰা এটাৰ গাত ভেজা দি বহুৱাই দিলে।

বহাৰ পৰা চামচেৰ মিঞাই দেখিলে—ঘাচু বাবুৰ নতুনকৈ কিনা ট্ৰাকখনৰ ওপৰত বহুৱাবোৰে এডাল ভেলু কাঠ তুলিবলৈ চেষ্টা কৰিছে।

গছডালৰ একেবাৰে গুৰিৰ টুকুৰাটোকে সিহঁতে তুলিবলৈ লৈছে।

টুকুৰাটো প্ৰকাণ্ড, এমূৰে টুকুৰাটো চুঙা আকৃতিৰ যদিও গুৰিৰ ফালে তিনিশিৰীয়া।

বহুৱাবোৰে চেষ্টা কৰিছে। কিন্তু এনে কাঠৰ টুকুৰা তুলিবলৈ কেৱল গাৰ শক্তি হলেই নহয়, লগত লাগে কৌশলী মগজু। অকণমান ইফাল সিফাল হলেই টুকুৰাটো স্লীপাৰৰ ওপৰৰ পৰা পিছলি পৰি অঘটন ঘটাব পাৰে।

সনাতনে চিপিয়া ধৰিছে। একোবাৰ চিপিয়া এৰি আঁহি কাটাত কান্ধ লগাইছোহ।

ৰতন সিং কাষ চাপি গৈছে।

অলপ আঁতৰৰ পৰা সিয়েই বলি দিবলৈ ধৰিছে।

'চিপিয়াৱালা'

– হেইচো !

'ফাকি দেতা'

—হেইচো !!

'ফাকি কাম'

—হেইচো !

'নমক হাৰাম'

—হেইচো !!

সনাতনে চিপিয়া ধৰিছিল। সি চিঞৰি উঠিল

'জোৰ লাগাকে'

—হেইচো !

'মন খোলকে'

—হেইচো !!

কাঠৰ টুকুৰাটো প্ৰায় উঠি পৰিছে। আৰু অকণমান চেষ্টা কৰিলেই খেলা খতম। চামচেৰে বহাৰ পৰা সেহাই সেহাই ক'লে, ঐ সনা, ৰচী টনা ছুটাক তললৈ

নমা। দুটাই নোৱাবিবি, চিপিয়াত চাবিটাই ধৰ। এভাল কাটা গোপালক দে। সাৱধান কিন্তু। অলপ ইফাল-সিফাল হলেই—

কোনে শুনে চামচেৰৰ কথা। তাৰ মাততো তল পৰিল। ৰতন সিঙে ৰলি দিবলৈ ধৰিলে—

'ঘাচু বেটাক'

—হেইচৌ!

'— —' (অশ্লীল)

—হেইচৌ!!

'ঘাচুৰ জীয়েকক'

—হেইচৌ!

' · —' (অশ্লীল)

—হেইচৌ!!

আৰু অকণমান, অকণমান গলেই -

চিপিয়াদাল গাৰ সমস্ত শক্তিৰে ওপৰলৈ ঠেচি ধৰিলে সনাতন কলিতাই।

ৰতন সিং উত্তেজিত হৈ পৰিল।

'জোৰ লাগাকে'

—হেইচৌ।

'চ'লি খোলকে'

—হেইচৌ!!

ৰতন সিঙে সমস্ত শক্তিৰে চিঞৰি উঠিল—

'ৰাম ৰাম ব'ল'

সাতোটা বন্ধুৱাই একেলগে শৰীৰৰ শক্তি উজাৰি দিলে। আৰু লগে লগে মুখেৰে উচ্চাৰণ কৰিলে—

'হেই—চৌ!'

স্নিগ্ধতৰ উদাঃ পিঠিবোৰ ঘামৰ টোপালেৰে ভৰি উঠিল।

কাঠৰ টুকুৰাটোও বাগৰি পৰিল।

কিন্তু ট্ৰাকৰ ওপৰত নপৰিল, পৰিল বননিৰ ওপৰত।

কয় চামচেৰে দুয়োখন হাতেৰে চকুকেইটা চাকি ধৰিলে।

## ছয়

ঘাচু বাবুলৈ খবৰ পাঠোৱা হ'ল।

থাচু বাবু কিন্তু নাহিল।

কোনোবা এটাই আহি খবৰ দিলেহি, চেক গেটত থাচু বাবুৰ চুৰি কাঠ দুগাড়ী গাড়ীয়ে মানুহে ধৰা পৰিছে। কাঠো যেই সেই কাঠ নহয়। এগাড়ী গমাৰি, এগাড়ী তিতাচপা। লগতে বোলে দুডালমান ভোলা কাঠৰ টুকুৰাও আছিল। ডি এচ পি, ডি এফ অ'; এচ পি, কনজাৰভেটৰ—কিমানবোৰ লেঠা! মাল মাল হৈয়ে থাকিব, ঠেং-পেচ ভঙাটোহে আচল কথা।

লাংজেন কূপলৈ আহিবলৈ থাচু বাবুৰ ক'ত সময়ডাল আছে।

## সাত

নিশা জুইৰ কাষত বন্ধুৱাবোৰ মেলত বহিল। ৰতন সিঙ ড্ৰাইভাৰে ক'লে, কিবা এটা কৰিবই লাগিব। হেণ্ডিমেন মাহাতোৱে সুধিলে, থাচু কুট্টাই জানো গাড়ী দিব?

—গাড়ী নিদিলে হ'বনে? চামচেৰ মিঞাই সেহাই সেহাই ক'লে, আমি আমাৰ পৰাই টকা তুলি গাড়ীৰ তেলখিনি কিনিম। দুদিনৰ হাজিৰা প্ৰত্যেকেই দিলেও কমচে কম তিনি শ টকা। ইয়াৰ পৰা পলাশবাৰীলৈ কেই শ টকাৰ তেল লাগিব?

—কিন্তু থাচু বাবুৱে যদি গণ্ডগোল কৰে? গোপালে সুধিলে।

—পিছত দেখা যাব। চামচেৰ মিঞাই দৃঢ়ভাৱে ক'লে, থাচু বেটাই নকৰিলে বুলি আমিও বহি থাকিমনে? যেনেকৈয়ে হওক নিশাৰ ভিতৰতে সনাতন ভায়াৰ লাশটো নি ঘৰৰ মানুহক চমজাই দিবগৈয়ে লাগিব। চামচেৰ মিঞাই ড্ৰাইভাৰ ৰতন সিঙৰ মুখলৈ মূৰ তুলি চালে। সুধিলে, ৰতন সিং, শুনিছনে?

ৰতন সিং, আৰু বৈ নাথাকিল। সি দৌৰি গৈ তাৰ ট্ৰাকত উঠিলগৈ।

কেইছেকেণ্ডমানৰ পিছতে ট্ৰাকৰ ইঞ্জিনটোৱে গুজৰি উঠিল।

( স্মৰণিকা : অসম বাণিজ্যিক কৰ্মচাৰী

ফেডাৰেচন / ১৯৮৬ বীক্ষণ / ১৯৮৬ )

# হাৰমনিয়াম

## এক

আকৌ সেই মৰিয়নি-তিনিচুকীয়া পেচেঞ্জাৰ।

নামতি, মেজেঙ্গা চাইদিং, নাজিৰা, শিমলুগুৰি।

মোৰ ফাষত মোৰ পত্নী সাদৰী।

ইফালে, সিফালে—কেউফালে ডবাৰ ভিতৰৰ ঠাই খোৱা যাত্ৰী। পূজাৰ সময়, সেয়ে ইমান ভীৰ।

আমাৰ পিতৃয়ে কিছু বছৰৰ আগলৈকে তিনিচুকীয়াৰ কাষৰ এখন চাহ বাগিচাত চাকৰি কৰিছিল। আমাৰ শৈশৱো অতিবাহিত হৈছিল সেই বাগিচাতে। মাজে মাজে আমি দল বান্ধি আহিছিলো গাঁৱৰ ঘৰলৈ। তেতিয়া যান-বাহন বা যাতায়তৰ সুবিধা আছিল কম। অগতিৰ গতি আছিল ৭৯ নম্বৰ উজনি / ৭৮ নম্বৰ নামনি মৰিয়নি-তিনিচুকীয়া পেছেঞ্জাৰ অথবা তিনিচুকীয়া-গুৱাহাটী পেছেঞ্জাৰ গাড়ী। এতিয়া নাই। তেতিয়া তেনে এখন পেছেঞ্জাৰ গাড়ীও চলিছিল।

আমাৰ সঙ্গীৰূপে প্ৰায়ে আমাৰ লগত আহিছিল যোৰহাটৰ মহা। তেওঁ কাষৰে এখন বাগিচাত চাকৰি কৰিছিল, শনিবাৰে ঘৰলৈ আহি দেওবাৰে উভতি গৈছিল।

মহাৰ এটা চখ আছিল।

জেপৰ খুচুৰা পইছা সৰু সৰু ল'ৰা-ছোৱালীবোৰোক বিলাই দি তেওঁ বৰ স্ফূৰ্তি পাইছিল। এই দিয়া কামটোও তেওঁ কৰিছিল এটা আমোদজনক খেলেৰে।

তেনেই সাধাৰণ খেল।

মহাই এটা কথা মনে মনে কল্পনা কৰিছে' অথবা কোনো এটা কৰি আছে। কামটোৰ ফলাফল যোগাত্মক হ'বনে বিয়োগাত্মক হ'ব।

মহাই সোঁ-হাতৰ আঙুলি দুটা নিজৰ নাকৰ ফুটা দুটাত অকণমান সময় সুমুৱাই ৰাখি আগত মেলি ধৰে। দুটা আঙুলি, দুটা উত্তৰ—হ'ব আৰু নহ'ব; হয় বা নহয়।

'হয়'ত ধৰাজনক মহাই পেণ্টৰ জেপত হাত সুমুৱাই এটা দুৱানি বা সিকি উলিয়াই দিছিল।

খেলটো আছিল সাধাৰণ, কিন্তু জমিছিল বেছ।

তিনিচুকীয়া মৰিয়নি পেছেঞ্জাৰত অহা-যোৱা কৰাৰ সময়ত মহাৰ এই নাক-আঙুলিৰ খেলটো হৈ উঠিছিল অপৰিহাৰ্য।

কোন ষ্টেচন জানো ?

সাপেখাতী ! হয়, সাপেখাতীয়েই হয়।

ক্ৰচিং আছে।

৭৮ নম্বৰ নামনি/৭৯ নম্বৰ উজনিৰ ক্ৰচিং।

আগতে, আমাৰ শৈশৱত এই ক্ৰচিঙটো আমাৰ বাবে বৰ উপভোগৰ আছিল।

ক্ৰচিং মানে কেৱল দুখন ৰেলগাড়ীৰ একে সময়তে আহি এটা ষ্টেচনত বৈ আকৌ নিজ নিজ দিশে গুচি যোৱাই নহয়।

ক্ৰচিং মানে দুয়োখন গাড়ীয়েই পানী ল'ব।

আঠ বা দহ মিনিট।

তাৰ ভিতৰতে সিখন গাড়ীৰ গোটেই বিলাক চানাচুৰ, বাদাম, পাণৱালা ইখন গাড়ীত উঠিবহি। গোটেই কলৰৱ।

'এই, পাণ বিড়ি বিড়ি পা-ই-ই-ণ'

'চানাচুৰ ভাজা গেৰেইম'

অথবা

'খাব কি খাবনা

দিব কি দিবনা পাণ

অ' দাদা

ভঙা পইছা টান।'

আৰু এই হুলস্থুল, কলৰৱক নেওচা দি আমাৰ কাণত পৰেহি হাৰমনিয়ামৰ এটা মিঠা সুৰ—

সা-ৰে-গা-মা, পা, পা, পা,

পা-ধা-নি—

মহাৰ কিছুমান বদগুণ আছিল।

যেনে, মদত ৰাগী, খোঁৱা-খুলীয়া স্বভাৱ, ইত্যাদি।

কিন্তু ভাল গুণো আছিল বহুত।

তাৰে ভিতৰত দুটা আছিল, ছবি আৰু গানৰ নিচা .

হাৰমনিয়ামৰ মাত শুনিলেই মহাই খিৰিকিৰে মূৰটো বাহিৰলৈ উলিয়াই দিয়ে—

—ঐ ৰমজান ভাই, উঠা উঠা। তোমাৰ গান নহ'লে মৰিয়নি তিনিচুকীয়া চাটলত নজমে ভাই।

## দুই

ৰমজান ভাই অন্ধ।

জন্মান্ধ।

বন-মানুহৰ দৰে চাপৰ চুটি, চকুৰ ছাঁই হেন গাৰ বং, বৰ আইৰ পৰশত কুৎসিৎ হৈ পৰা মুখ, দ চকুৰ গাঁত। টাইফয়ডে তপা কৰা মূৰ।

কিন্তু কণ্ঠ?

মহাৰ মতে ৰমজান ভাইৰ কণ্ঠ একেবাৰে 'সেৰা' কণ্ঠ।

টকা আৰু প্ৰতিষ্ঠাৰ পিছে পিছে দৌৰা সি কোনো শিল্পীৰ (!) বাবেই ৰমজান ভাইৰ কণ্ঠ হিংসাৰ কাৰণ হৈ উঠিব পাৰে।

তেওঁ গায় সাধাৰণতে হিন্দী চিনেমাৰ গীত। মধুমতী, ৰ' কৌন থী বা তাজমহলৰ গীত। যি গায় তাতে প্ৰাণ ঢালি দিয়ে। কয়লা খোৱা মলুৱা ইঞ্জিন, ফেৰিৱালাৰ চিঞৰ আৰু বতাহৰ সোঁ-সোঁৱনিও যেন স্তব্ধ হৈ পৰে। হাৰমনিয়ামৰ ৰীডবোৰৰ ওপৰেদি পখিলা পাখিৰ দৰে নাচি নাচি পাৰ হৈ অহা-যোৱা কৰে ৰমজান ভাইৰ হাতৰ আঙুলি।

ৰমজান ভায়ে নিয়মিতভাৱে চিনেমা শুনিবলৈ যায়।

চিনেমা হলৰ ভিতৰখন আন্ধাৰ, ৰমজানৰ বাবে আন্ধাৰ-পোহৰৰ তফাৎ নাই। প্ৰতিটো শব্দকে তেওঁ মন দি শুনে, দৰ্শকৰ সতে শ্ৰোতা ৰমজানে আনন্দত কিৰীলিয়াই উঠে, কেতিয়াবা বেজাৰত মন মাৰে অথবা মন্তব্য কৰে, 'নাই নাই, এনে হোৱা অনুচিত।'

গান গাবলৈ আৰম্ভ কৰাৰ আগতে ৰমজান ভায়ে প্ৰায়ে চিনাকি মানুহবিলাকৰ লগত সুখ-দুখৰ কথা আৰম্ভ কৰে।

চেভেন্‌টি নাইন এক ঘণ্টা লেট। ক্ৰচিং হ'ব লাগিছিল ভজোত, আহি গ'ল মেজেঙ্গা-চাইদিঙলৈ। যাত্ৰীৰ কিমান কষ্ট হৈছে বুজে।

'আপ ট্ৰেইন লেট' থাকিলে ৰমজানৰ লাভ, কাৰণ তাতে তেওঁ তিনিচুকীয়ালৈ পুনৰ ঘূৰি যায়, উপাৰ্জন হয় বেছি। কিন্তু যাত্ৰীৰ হয়ৰানি দেখিলে তেওঁ সহজে হজম কৰিব নোৱাৰে। তেওঁ ভোৰভোৰাই উঠে।

নক'বা নক'বা ভাই। আজিয়েই প্ৰথম নেকি? সদায় লেট থাকে চেভেন্‌টি নাইন।

কোন ? বৰাবাবু নহয়নে ? ভালে আছে ? ক'লৈ গৈছিল হ'বপায় ?

মাত শুনিলেই চিনাকি মানুহবিলাকক চিনি পায় ৰমজানে।

বৰাবাবু মানে ৰূপেন বৰা, আমাৰ মহা।

মহাই মাতে, আহাঁ ৰমজান। এটা গান গোৱা। হিন্দী চিনেমা, কিন্তু একদম নতুন।

ঘেটুঘেটাই হাঁহে ৰমজানে, আপোনভোলা হাঁহি।

বৰাবাবুক সদায় নতুন গান লাগে। হেঁ-হেঁ-হেঁ। অকণমান সময় মৌন হৈ বৈ হাৰমনিয়ামৰ ৰীডবোৰত আঙুলি বোলাই এটা বিশেষ সুৰেৰে ডবাটো ভৰাই দিয়ে ৰমজানে। কয়, মধুমতী চাইছে বৰাবাবু। বৰ ভাল পিকৃচাৰ। জাতিস্মৰ কাহিনী, কিন্তু আচলতে জমিদাৰ প্ৰথা বিৰোধী পিকৃচাৰ। সলিল চৌধুৰীৰ মিউজিক, শুনিবনেকি এটা গান ?

ৰমজান ভাইৰ গান গোৱাৰ আৰম্ভণিথিনি সদায় এনেকুৱাই হয়। ইটো ষ্টেচনৰ পৰা সিটো ষ্টেচনৰ ভিতৰত অন্ততঃ দুটা গান গায়। চিনাকি মানুহৰ লগত সুখ-দুখৰ কথা পাতে, গাড়ী ৰ'লে নামি যায়।

মৰিয়নি-তিনিচুকীয়া পেচেঞ্জাৰতে এই দুটা বস্তু আছিল আমাৰ অপৰিহাৰ্য।

এক. মহাৰ নাক আঙুলিৰ খেল।

দুই, ৰমজান ভাইৰ গান।

যিদিনা মহা আমাৰ লগত আহিব নোৱাৰে, অথবা কিবা কাৰণত ৰমজান ভাই এই লাইনত নাহে বা আমাৰ ডবাত উঠিব নোৱাৰে, সেইদিনা গোটেই যাত্ৰাটোক আমাৰ কিবা আধৰুৱা আধৰুৱা লাগে।

## তিনি

ৰমজান ভাইৰ কথা লিখিবলৈ হ'লে বহুত কথাকে লিখিব লাগিব।

এদিনৰ কথা।

সেইদিনা ঠিক ভজোতেই ৭৮নং নামনি—৭৯নং উজনিৰ ক্ৰচিং। ৭৮নং 'ইন' কৰিলে প্ৰথমে। ৭৯নং আহি বৈ থোৱাৰ অকণমান পিছতে. উঠা-নমা কৰা যাত্ৰীৰ খৰখেদা কমাৰ লগে লগে ৰমজান ভাই ঠিক আমাৰ ডবাটোলৈ উঠি আহিল।

সেইদিনা মহা নাই, ডবাত যাত্ৰীৰো সিমান ভীৰ নাই।

মই তেওঁক আমাৰ কাষলৈ মাতিলো।

কোন ? খোকাবাবু নেকি ? বৰাবাবু ক'ত ? আজি মহা নাই ?

ৰমজান ভাই ৰেলৱে কলনিত থাকে, তাত বঙালী মানুহ বেছি, তাতে শুনি শুনি 'খোকাবাবু' শব্দটো তেওঁ আপোন কৰি লৈছে।

আমি উত্তৰ দিয়াৰ আগতেই ৰমজান ভায়ে হাৰমনিয়ামত আঙুলি বুলাবলৈ আৰম্ভ কৰি দিলে। সেই একে মধুমতীৰ গান।

কিন্তু ৰমজান ভায়ে গাবলৈ আৰম্ভ কৰাৰ আগতেই ডবাটোৰ আনটো মূৰৰ পৰা ভৰিত বন্ধা জুমুকাৰ জুমুক-জুমুক শব্দ হাঁহি আহিল। লগতে হাঁহি আহিল এটা মিঠা গানৰ কলি...... অদ্ভুত সুন্দৰ সেই কণ্ঠ।

ৰমজান ভাইৰ আঙুলিকেইটা জঠৰ হৈ পৰিল।

তেওঁৰ মুখত অনবৰতে বগাই ফুৰা হাঁহি হাঁহি ভাবটো পলকতে লুকাই পৰিল। তেওঁৰ মুখ হৈ পৰিল গোমোঠা।

সেই অদ্ভুত সুন্দৰ কণ্ঠও কিন্তু হঠাতে স্তব্ধ হৈ পৰিল।

ৰমজান ভায়ে চিঞৰি উঠিল—ঐ নাম নাম। হাৰামজাদী ক'ৰবাৰ। মই উঠিলোঁ নহয়, তায়ো উঠিল। চাল্‌লা সব। কানী নেকি? নে অন্ধ? দেখা নাই ডবাত ময়ো উঠিছো। নাম, নাম এতিয়াই।

ইফালৰ পৰাও তেনে এক সুৰতেই এপাট বাক্যবাণ ছিটিকি আহিল,—ৰেলৰ ডবা কাৰো নিজৰ নহয়। যাৰে ইচ্ছা তেৱেঁ উঠিব পাৰে।

আৰে নাম, নাম। লেক্‌চাৰ মাৰিবলৈ আহিছে।

ৰমজান ভাই অসহিষ্ণু হৈ পৰিল।

এই শান্ত-শিষ্ট মানুহজনৰ এনে ৰূপ বা ভাষা আমি আগতে দেখা আৰু শুনা নাছিলো।

অকণমান সময়ৰ পিছতে অৱশ্যে সকলো ঠিক হৈ গ'ল।

ৰমজান ভায়ে ডিঙিত ওলোমাই লৈ ফুৰা হাৰমনিয়ামটোৰ ৰীডবোৰত পুনৰ আঙুলি বুলাবলৈ ধৰিলে।

তেওঁ প্ৰাণ ঢালিয়েই গালে, কিন্তু তথাপি নজমিল। কিবা এটা সেৰসেৰীয়া ভাবে আমাক আচ্ছন্ন কৰি পেলালে।

দিন পাৰ হৈ যায়।

আকৌ এদিন, পুনৰ ৭৮ নং নামনিত আমি আহিছো। লগত ৰূপেন মহা।

কি জানো ষ্টেচন? হয় দূৰত জুই দেখি আহিছো, নাহৰকটীয়া ষ্টেচনেই হ'ব।

ষ্টেচনত গাড়ী ৰৈ যোৱাৰ লগে লগে মহাই খিৰিকিৰে মূৰটো বাহিৰলৈ উলিয়াই দিলে।

মহাৰ কণ্ঠ আমাৰ কৰ্ণগোচৰ হ'ল।

সেই, হেৰা যুথিকা, আহা, ইয়ালৈ আহা।

কোন, কোনফালে দাদা ?

অলপ আগুৱাই আহাঁ······অঁ, অঁ. সোঁফালে হেণ্ডেল, উঠি আহাঁ।

এই লাইনত সপ্তাহত এবাৰকৈ অহা যোৱা কৰে মহাই, কত মানুহক যে চিনি নাপায়!

যুথিকানো কোন তাকে চাবলৈ আমি ব্যগ্ৰ হৈ পৰিছিলো। অকণমান সময়ৰ পিছতে হাতেৰে ছুই ছুই, ভৰিৰে খুপি খুপি এজনী তিৰোতা আমাৰ ভৰালৈ সোমাই আহিল।

ক্ষীণাংগী, গাত মলিয়ন ফিচিকা কাপোৰ। গাৰ ৰং মিঠা, ডিঙিৰ ঘটিকা জোঙা হৈ বাহিৰলৈ ওলাই পৰা আৰু·· আৰু কোটৰত সোমোৱা চকু। চকুৰ এটা মণি নাই, যিটো আছে সেইটো দেখাত এটা মণিছালৰ গুটিৰ দৰে অলৰ অচৰ, কৰ্মহীন।

ৰূপেন্দাদাৰ মতে শুনা যেন লাগিছিল।

হয়, হয়, আহাঁ। মহাই মানুহগৰাকীক কাষলৈ মাতি বহিবলৈ ঠাই উলিয়াই দিলে।

তাই নবহিল।

এৰেঁই হবপায় যুথিকা।

ভৰিত জুনুকা। জুনুক্ জুনুক্ জুনুক্।

বনগীত শুনিবনেকি দাদা ?

'সাৰণী তই কৰণী'

নাই অ' তোৰে মান গুৰনী

জুৰকৈ বলে ঐ এচাটি বা

লিহিৰি লিহিৰি ধাননি চা'····

হয়, এইয়া সেই কণ্ঠই হয়, যি কণ্ঠই ৰমজান ভাইক উত্তেজিত কৰি তুলিছিল। যি কণ্ঠই সম অধিকাৰৰ দাবী তুলিছিল। হয়েইতো' যাৰে ইচ্ছা সিয়েই বেলৰ ভৰাত উঠিব পাৰে।

## চাৰি

দেউতাৰ এটা সক অসুখ হৈছিল। অভিজ্ঞতাহীন ডাক্তৰ এজনে খুচৰি খুচৰি কৰিলে ডাঙৰ, সিমানতে দেউতা ঢুকাল। আমি গাঁৱৰ ঘৰলৈ অহাৰ পিছত মৰিয়নি তিনিচুকীয়া পেচেঞ্জাৰেৰে কৰা মিঠা মিঠা যাত্ৰাবোৰবো অন্ত পৰিল।

তথাপি কৈশোৰ আৰু যৌৱনৰ আলি দোমোজাত এবাৰ এই পথেৰে পাৰৈ বাগিচালৈ আহিছিলো।

কি জানো সংযোগ, ডিব্ৰুগড-লিডু পেচেঞ্জাৰত মাকুম ষ্টেচনতে লগ পাই গলো ৰমজান ভাইক।

একেই আছে ৰমজান ভাই।

সন্তৰ অলপ পুৰষ্ঠ হৈছে তেওঁ। পায়জামা আৰু পাঞ্জাবীটো ফিচিকা, কিন্তু পৰিষ্কাৰ। কান্ধত ওলোমাই লৈছে হাৰমনিয়ামটো।

হঠাতে মই যেন উচাপ খাই উঠিলো।

ৰমজান ভাইৰ লগত এয়া কোন?

তায়ো দেখাত প্ৰায় একেই আছে। শিৰত সেন্দুৰ; তলপেটটো যেন অকণমান ডাঙৰ হৈছে।

ৰমজান ভাইৰ আঙুলিকেইটা নাচি উঠিল।

হাৰমনিয়ামৰ মিঠা কলকলনিৰে ভৰি উঠিল ডবাটো।

যাত্ৰীৰ কলৰৱ স্তব্ধ হৈ পৰিল।

আৰু দূৰৰ পৰা, বহু দূৰৰ পৰা, যেন এক গভীৰ খাদৰ পৰাহে ভাঁহি আহিল এক নাৰী কণ্ঠ। বৰ মিঠা, এই কণ্ঠ। এইয়া যূথিকাৰ কণ্ঠ। সম অধিকাৰৰ কণ্ঠ।

মই নামাতিলো।

কেৱল প্ৰাণ ভৰি শুনিবলৈ চেষ্টা কৰিলো, ৰেলৰ ইঞ্জিনৰ শব্দকো তল পেলাই বাজি উঠা ৰমজান ভাইৰ হাৰমনিয়াম আৰু যূথিকাৰ কণ্ঠৰ নিনাদি সুৰ।

## পাঁচ

দিন বাগৰি যায়, সঘনাই পুৰণি হয় দিন।

প্ৰায় বিশ বছৰৰ পিছত এই পথেৰে, ৭৯ নং উজনি মৰিয়নি-তিনিচুকীয়া পেচেঞ্জাৰত মোৰ সহধৰ্মিণী সাদৰী আৰু মই, আহিছো পাৰৈ বাগিচালৈ বুলি। মোৰ শৈশৱ আৰু কৈশোৰৰ এটা অধ্যায় বিজড়িত হৈ আছে এইখন চাহ বাগিচাত।

আকৌ সেই মেজেঙা চাইদিং, নাজিৰা, শিমলুগুৰি, মাউত গাঁও, লাকুৱা, চাক্ৰাই—আকৌ সাপেখাতী।

ক্ৰচিঙো আছে। ৭৮ ডাউন।

বুকুখন যেন বিষাবলৈ ধৰিলে। বহু স্মৃতিয়ে, আনৰ বাবে গুৰুত্বহীন বহু স্মৃতি অনুভূতিয়ে মোৰ হিয়াত থৈকি-বাথৌ লগালেহি।

মহাৰ নাক -আঙুলিৰ খেল ৰমজান ভাইৰ হাৰমনিয়াম, যুথিকা·······

সাদৰীয়ে সুধিলে, কি হৈছে, হৈছে কি তোমাৰ ?

মোৰ কি হৈছে ? ক'তা ! একো হোৱা নাই, দেখোন !! প্লেটফৰ্মত বহুত মানুহ।

চাহৰ কেন্টিনত ভীৰ, কাউণ্টাৰত ঠেলা-হেঁচা। কিছু সময়ৰ পিছতে ৭৮ নং ডাউন গিৰগিৰাই আহি পৰিব।

হঠাতে সাদৰীয়ে মোৰ মূৰটো খিৰিকিৰ কাষলৈ টানি আনিলে। ক'লে, চোৱাচোন, সৌ মানুহজন চোৱাচোন। ডিঙিত হাৰমনিয়াম, অন্ধ মানুহ। নহয়তো তোমাৰ ৰমজান ভাই নহয়তো ?

হয়, ৰমজান ভায়েই হয়।

ফিচিকা মলিয়ন পায়জামা পাঞ্জাবী।

তেনেই বুঢ়া হৈ পৰিছে তেওঁ। সন্মুখৰ ফালে কুঁজা হৈ পৰিছে। হাৰমনিয়ামটো, ডিঙিৰ হাৰমনিয়ামটো যেন কোনোমতেহে দাঙি লৈ ফুৰিছে তেওঁ।

ৰমজান ভাই ! এইফালে ৰমজান ভাই।

মই একে কোবে ডবাৰ পৰা প্লেটফৰ্মৰ ওপৰলৈ নামি আহিলো।

ৰমজান ভাই !

কোন ? খন্তেক সময় তলকা মাৰি থাকি ৰমজান ভায়ে ক'লে, কোন, খোকাবাবু নহয়নে ?

অন্ধ ৰমজান ভাইৰ স্মৃতিৰ বাবে পঁচিশটা বছৰ যেন একোৱেই নহয়।

কেনে আছা ? কেনে আছা খোকাবাবু ? বহুত ডেকা হৈ গৈছা নহয় ? বিয়া কৰাইছানে ? ল'ৰা-ছোৱালী ? বৰাবাবু ক'ত ? বিটায়াৰ হ'লনে ?

বৰাবাবু আৰু ক'ত ? তেওঁ জীৱনৰ পৰাই ৰিটায়াৰ হৈছে। মই কলো।

ৰমজান ভায়ে ইচ্‌ইচাই উঠিল, বৰ ভাল মানুহ আছিল, বৰ ভাল মানুহ। ভাল হ'ল, তোমাক লগ পাই গলো, এই গাড়ী ইয়াত আধা ঘণ্টা ৰৈ যাব। লাইন মেৰামতি হৈছে, ৭৮ ডাউন আহিব, তাৰ পিছত লাইন ক্লিয়েৰ।

প্লেট ফৰ্মৰ ওপৰেতে বহি গ'ল ৰমজান ভাই।

গান শুনিবা, গান ?

ৰমজান ভায়ে হাৰমনিয়ামটো সাজু কৰি ললে।

কি গীত গাব তেওঁ ?

মধুমতী ! তাজমহল !!

মানুহৰ ভীৰ লাগি গ'ল।

ৰমজান ভাইৰ হাৰমনিয়ামে গুজৰি উঠিল, যেন এটি ৰেলৰ ইঞ্জিন।

সেই গোঁজৰণিৰ তালে তালৈ তেওঁ গাবলৈ ধৰিলে,

'জন হেন্‌ৰি'

তাঁথাৰ আখৰে লিখা নাম তাৰ

যেন এটি চলন্ত ইঞ্জিন

হাতুৰিৰ তালে তালে

গান গায় সুগুৰি দি

বংমনে কাম কৰে ৰাতি দিন '

ছিল-দল ভাঙি দৌৰি অহা ৰেল গাড়াখন যেন লাহে লাহে স্তব্ধ হৈ আহিল। যেন আউটাৰ চিগনেলৰ কাষত আহি বৈ গ'ল ৭৮ নম্বৰ নামনি, এতিয়াও দাং নোখোৱা চিগনেল পষ্টটোলৈ চাই অস্ফুট স্বৰেৰে চিঞৰি উঠিল। ৰমজান ভাইৰ গান শেষ হৈ আহিল।

মলিয়ন কাপোৰখনৰ ওপৰত খুচুৰা পইছা এটা দুটাকৈ ছিটিকি পৰিল। গীত শুনা মানুহো পাতলিল।

জন হেন্‌ৰিৰ গান ?

মই বিস্ময়েৰে চালো বৃদ্ধ ৰমজান ভাইৰ মুখলৈ।

এই গান ক'ত শিকিলা ৰমজান ভাই ?

কিয় ? মৰিয়নিত ' তাত জানো এইবোৰ মে' দিবস হোৱা নাছিল '' তাত আৰু বহুত নতুন গান শিকিছো। শুনিবানেকি খোকাবাবু ?

গানৰ প্ৰতি মোৰ আকৰ্ষণ কম।

অন্ততঃ এই মুহূৰ্তত গানতকৈও ৰমজান ভাইৰ নিজৰ কথা, যুথিকাৰ কথা শুনিবলৈহে মোৰ মন ব্যাকুল হৈ পৰিছিল।

যুথিকা ক'ত ৰমজান ভাই ?

যুথি ' যুথি নাই খোকাবাবু। বহুদিনৰ আগতেই তাই মোক এৰি থৈ গ'ল। অত্যন্ত সহজ কণ্ঠেৰে তেওঁ ক'লে, সন্তানটো কিন্তু বাচিল বুজিছা। ৰৰ টান ল'ৰা, একদম শিল।

ক'ত আছে ?

পঢ়িছে। ৰমজান ভায়ে ক'লে, ডাঙৰ কথা কি জানা ? তাৰ দুয়োটা চকু ভাল।

আমাৰ ছুয়োটাৰে চকু নাছিল, তাৰ আছে। বৰ সুন্দৰ চকু, মই চুই চাইছোঁ। আচ্ছা, গান শুনিবা, গান? একদম নতুন গান, শুনিবা?

ৰমজান ভাইৰ হাৰমনিয়ামত যেন গির্জাঘৰৰ এটা প্ৰাৰ্থনা-গীতৰ সুৰ ক্ৰমাৎ স্পষ্ট হৈ উঠিল। অতিশয় বিশ্বাস আৰু দৃঢ়তাৰে ভৰা—মধুৰ সেই সুৰ।

আচৰিত!

এইয়া দেখোন ৰবচনৰ গীত!

(প্ৰকাশ / ১৯৮৫)

———